




# অসমীয়া কাব্যত নাৰীকণ্ঠ

মনোৰমা বৰগোহাঞি সম্পাদিত





অসম সাহিত্য সভা

# অসমীয়া কাব্যত নাৰীকণ্ঠ



সংকলন আৰু সম্পাদনা

শ্ৰীমতী মনোৰমা বৰগোহাঞি




অসম সাহিত্য সভা

**ASAMIYA KAVYAT NARIKANTHA** (The Famininine voice in Asssamese poetry) : An anthology of poetry is Assamese by woman poets from Early oral Traditions to the Modern period compiled and Edited by Srimati Monorma Bargohain and Published by Sri Satish Chandra Choudhury on behalf of Assam Sahitya Sabha, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhawan Jorhat, First edition - 199 . Price Rs. 20·00 only

---



**অসমীয়া কাব্যত নাৰীকণ্ঠ**

সংকলন আৰু সম্পাদনা

শ্ৰীমতী মনোৰমা বৰগোহাঞিঞ



প্ৰকাশক :
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫০০১

প্ৰথম প্ৰকাশক : ১৯৯১

মূল্য :
কুৰি টকা মাত্ৰ

প্ৰচ্ছদ :
ৰমেন্দ্ৰ নাৰায়ন জোৱাদ্দাৰ

পৰিবেশক :
লয়াছ বুক ষ্টল, গুৱাহাটী- ১

মুদ্ৰণ :
বাণী প্ৰকাশ মুদ্ৰণী, ৫ উদ্যোগ পাম, গুৱাহাটী - ২১





## প্ৰধান সম্পাদকৰ এষাৰ

অসম সাহিত্য সভাই "অসমীয়া কাব্যত নাৰীকণ্ঠ" নামৰ গ্ৰন্থ এখন প্ৰণয়ন কৰাৰ আঁচনি গ্ৰহণ কৰে। সভাৰ মাননীয় সভাপতি শ্ৰীযুত নৰকান্ত বৰুৱাদেৱে প্ৰস্তুত কৰা উক্ত আঁচনি গ্ৰহণৰ বাবে সভাৰ প্ৰকাশন সমিতিত উত্থাপনৰ পৰামৰ্শ আগবঢ়ায়। সভাৰ ২৪-১১-৯০ তাৰিখৰ প্ৰকাশন সমিতিত উক্ত আঁচনি গ্ৰহণ কৰা হয়। ২৫-১১-৯০ তাৰিখৰ তৃতীয় কাৰ্যনিৰ্বাহক সমিতিত ( ১৯৯০-৯১ বৰ্ষৰ ) উক্ত ২৪ নৱেম্বৰ তাৰিখৰ প্ৰকাশন সমিতিৰ বৈঠকত অনুমোদন জনোৱা হয় আৰু গৃহীত আঁচনি ভিত্তিত গ্ৰন্থখন প্ৰণয়ন কৰি দিবলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শ্ৰীমতী মনোৰমা বৰগোহাঞিক সভাৰ ফালৰপৰা অনুৰোধ জনোৱাত তেওঁ সভাৰ উক্ত প্ৰস্তাৱৰ প্ৰতি সন্মতি জ্ঞাপন কৰে। শ্ৰীমতী বৰগোহাঞিয়ে তেনেই কম দিনৰ ভিতৰতে গ্ৰন্থখন প্ৰস্তুত কৰি আগবঢ়োৱা এই সক্ৰিয় সহযোগৰ বাবে সভাৰ হকে কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। আঁচনি প্ৰস্তুতৰ উপৰিও উক্ত আঁচনিৰ ৰূপায়ণৰ ক্ষেত্ৰত সভাৰ মাননীয় সভাপতি শ্ৰীযুত নৰকান্ত বৰুৱাদেৱে সততে আগবঢ়াই অহা দিহা পৰামৰ্শ আদিৰ বাবেই সভাৰ এই আঁচনি ৰূপায়িত কৰিবপৰা সম্ভৱ হৈছে বুলি আমি অনুভৱ কৰি তেখেতলৈ কৃতজ্ঞতা জনালোঁ।

গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত সভাৰ তিনিওটা কাৰ্য্যালয়ৰ সহকাৰী

সম্পাদকত্ৰয় ( সৰ্বশ্ৰী ) মুকুল হাজৰিকা, প্ৰমোদ কাকতি আৰু শৈলেন দাসৰ পৰা পোৱা সহায় সহযোগৰ বাবে ধন্যবাদ জনালোঁ। গ্ৰন্থখনৰ বেটুপাতৰ শিল্পী ৰমেন্দ্ৰ নাৰায়ণ জোৱাদ্দাৰলৈ সভাৰ হকে শলাগ আৰু গ্ৰন্থখন নিচেই কম সময়ৰ ভিতৰতে সেৱাৰ মনোভাবেৰে ছপা কৰি দিয়াৰ বাবে গুৱাহাটীৰ বাণীপ্ৰকাশ মুদ্ৰণীৰ স্বত্বাধিকাৰ শ্ৰীজ্যোতিপদ চৌধুৰী তথা কৰ্মীবৃন্দলৈ কৃতজ্ঞতা জনালোঁ লগতে গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে গ্ৰন্থখনৰ পৰিবেশনৰ দায়িত্ব লৈ সভালৈ সহযোগ আগবঢ়োৱা বাবে।

প্ৰস্তুত গ্ৰন্থখনে সভাৰ আন আন প্ৰকাশনৰ দৰে সহৃদয় পাঠক সমাজৰপৰা সমাদৰ লাভ কৰিলে সভাই আগলৈকো এনে আঁচনি গ্ৰহণ কৰিবলৈ সাহ পাব বুলি আমি আশা কৰিলোঁ।

। চিৰ চেনেহী মোৰ ভাষা জননী ॥

২০,মাৰ্চ ১৯৯১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

## আগকথা

বেদ মন্ত্ৰ দ্ৰষ্টা ঋষিসকলৰ মাজত মহিলা কেইগৰাকীমানৰ নাম শুনো। তেওঁলোকৰ মন্ত্ৰবিলাকৰ আভ্যন্তৰীণ চৰিত্ৰৰপৰা তাত নাৰীত্বৰ সংকেত আছে নে নাই নাজানো। মানৱতা, আধ্যাত্মিকতা আদি এনে ব্যাপক সত্তা যে তাত স্ত্ৰী-পুৰুষৰ ভেদজ্ঞান বিচৰা বা পোৱাটোও নিৰৰ্থক যেন লাগিব পাৰে। তথাপিও স্ত্ৰী আৰু পুৰুষৰ জীৱন যাত্ৰা, জৈৱিক বিকাশ, কণ্ঠস্বৰ আদিত পাৰ্থক্য আছে নিশ্চয়। এই পাৰ্থক্যৰ অনুসন্ধানেই হে এই সংকলনটোৰ প্ৰচেষ্টা—কোনো নাৰীমুক্তি আন্দোলনৰ ফেমিনিজম্‌ৰ —বাহক হিচাপে নহয়।

নাৰীৰ স্পষ্ট নাম্নী ৰচনাৰ আৰু এটা সন্দেদ আমি পাওঁ গ্ৰীক সাহিত্যত। চাফো নামেৰে এগৰাকী কবিৰ জন্ম হৈছিল খ্ৰীষ্টপূৰ্ব ৬১৫ চনত। গীত মাত কবিতাৰ প্ৰতি আগ্ৰহশীল ছোৱালী কিছুমানৰ লগ লাগি তেওঁ আফ্ৰোদিতিৰ সন্মানত হেনো এটা গোষ্ঠী তৈয়াৰ কৰিছিল। গোষ্ঠী হিচাপে চাফোৰ নামৰ গীতবোৰ কোৰাচ ধৰ্মী হোৱাটোৱেই উচিত আছিল, কিন্তু সেই গীতবোৰক বোলা হৈছিল 'মনডি'—monody—অৰ্থাৎ একক কণ্ঠৰ গান। আমাৰ অনামী বিহুগীতবোৰ সমাজৰ সৃষ্টি হ'লেও প্ৰত্যেকটো গীতেই সাধাৰণতে একক কণ্ঠৰ গীত একক কণ্ঠৰ মানেই এজন ব্যক্তিৰ! হুঁচৰিৰ বাহিৰে আন ধৰণৰ বনঘোষা, বিহুগীতত 'আমি' শব্দটো নাথাকে, থাকে 'মই' আৰু 'তুমি'। ৰাতি তুৱাৰ মেলি থৈ কোনো গাভৰুৱে বহুজনৰ বাবে অপেক্ষা নকৰে—তেওঁৰ সেই এজনৰ বাবেইহে। তেনেকৈয়ে কাৰোবাৰ কাষলৈ যাওঁতে জপনা দিব লগীয়া হ'লে সেইটো অকলশৰীয়াকৈহে কৰা হয়—সমদল কৰি নহয়। এইদৰে সাতে সোতৰই গীত-মাতবোৰৰ ভিতৰৰ ভাব ভাষা চাই যেন ক'ব পাৰি—এইটো ডেকাৰ উক্তি, এইটো গাভৰুৰ!

তাৰ উপৰিও কিছুমান বিশেষ ধৰণৰ গীত-পদ অনাখৰী যুগৰ পৰা চলি আহিছে যিবোৰ সম্পূৰ্ণৰূপে নাৰী মহলৰ! আই নাম, বিয়া নাম, অপেচৰা সবাহৰ নাম এইবোৰ পুৰুষৰ সমাজৰ নহয়। সেই বিলাক নাৰীকণ্ঠৰ, আৰু গতিকেই নাৰীমনৰ। নিচুকনি গীত বিলাকো বেছি ভাগ ক্ষেত্ৰতে আই, আইতাসকলৰ সম্পদ যদিও আমাৰ বৈষ্ণৱ কবিয়ে (পুৰুষ কবিয়ে!) তাৰ আলমত শ্ৰীকৃষ্ণৰ চৰিত্ৰ ব্যাখ্যান কৰিছে! ককাদেউতাই সাধু কয়। কিন্তু গীত গাই নাতি শুওৱাৰ বেৱাজ নাই।

এনেকৈয়ে অনাখৰী যুগৰ সাহিত্যত আভ্যন্তৰীণ বা পৰিৱেশ অধ্যয়ন কৰি কণ্ঠস্বৰৰ বা মনৰ বা ৰচোতাৰ লিংগ নিৰ্ণয় বৰ অসম্ভৱ নহয়। আমাৰ এই পুথিখনৰ সংকলয়িতাই তেনে পদ্ধতিৰেই মৌখিক যুগৰ সাহিত্যত নাৰীকণ্ঠৰ সন্ধান কৰিছে।

তাৰ পিছত আহিল নাম্নী ৰচনা। সেই ক্ষেত্ৰত সচৰাচৰ লিংগ নিৰ্ণয় সংবাদ ভিত্তিক। বৈষ্ণৱ যুগত গীত মাতৰ ভণিতাৰ পৰাই মীৰাবাইৰ নে সুৰদাসৰ, মাধৱদেৱৰ নে পদ্মপ্ৰিয়াৰ সেই কথা গম পাব পাৰি। তাৰ পিচতও কবিৰ নাম পৰিচয়ৰ পৰাই তেনে লিংগ নিৰ্ণয় সহজ হৈ পৰিল। কিন্তু নামৰ লগতে আছে ছদ্মনামৰো সমস্যা! জৰ্জ এলিয়ত যে স্ত্ৰী, সেইটো নামে নুসূচায়; 'জীৱনৰ বাটত' লেখা বীণা বৰুৱা যে মহিলা নহয় সেইটো এটা সত্য সংবাদ মাথোন। আধুনিক যুগৰ জটিল ব্যৱস্থাত আভ্যন্তৰীণ প্ৰমাণৰদ্বাৰা কণ্ঠ আৰু মন নিৰ্ণয় সিমান সম্ভৱ নহয় যদিও সংবাদৰ ভিত্তিত সেই কাম কৰা হয়।

এই সংকলনটিৰ পৰিকল্পনা আৰু কাৰ্যব্যৱস্থা এনে ধৰণৰ চিন্তাৰ ভিত্তিতেই কৰা হৈছিল। শ্ৰীমতী মনোৰমা বৰগোহাঞি আইদেৱে অতি কম দিনৰ ভিতৰতে ইয়াৰ সমলখিনি যুগুতাই দিলে। অসম সাহিত্য সভাৰ পক্ষৰপৰা মই তেওঁৰ শলাগ লৈছোঁ। সংকলনটিৰ যদি কিবা মূল্য থকা বুলি ৰাইজে ভাবে, সাহিত্য সভাৰ চেষ্টা সাৰ্থক হ'ব।

২০ মাৰ্চ, ১৯৯১ নৱকান্ত বৰুৱা



## পাতনি

অসমীয়া কাব্যসাহিত্যৰ ইতিহাস অতি প্ৰাচীন। এই ইতিহাসৰ পম খেদি গৈ মৌখিকযুগৰ অসীম দিগন্তলৈ উভতি চালে কবিতাৰ জকমকীয়া ফুলনি এখনত—যি ফুলৰ গোন্ধ আজিকোপতি কেওকাষে সিঁচৰতি হৈ আছে। সেই ফুলনিখনত আমাৰ ককা আজোককাইঁতৰ লগতে অনেক আইতাই আলফুলে ৰুইছিল বাৰে-ৰহনীয়া ফুল।

স্মৰণাতীত কালৰ পৰাই অনেক অসমীয়া মহিলাই অসমীয়া কাব্যসাহিত্যলৈ অৰিহণা যোগাই আহিছে। শ্ৰুতিনিৰ্ভৰ গীতিসাহিত্যলৈ অৱদান যোগোৱা মহিলা স্বভাৱকবিসকলৰ ব্যক্তিগত পৰিচয় আমাৰ মাজত নাই; কিন্তু সেই গীত-মাতসমূহে আজিও আমাৰ সমাজ প্ৰাণৱন্ত কৰি ৰাখিছে। যিসময়ত অসমীয়া অনাখৰী মহিলাসকল ঘৰৰ চাৰিচুকৰ মাজত আবদ্ধ হৈ থাকিব লাগিছিল সেইসময়তে এনে বাছকবনীয়া গীত-কবিতাৰ জন্ম হোৱা কথাই আজি বিস্ময়াভিভূত কৰি তোলে। এই সংকলনটিত অসমৰ বিভিন্ন অঞ্চলত প্ৰচলিত মহিলা-ৰচিত গীত আৰু কবিতাৰ লগতে সাম্প্ৰতিক কালৰ কবিতাও সন্নিবিষ্ট কৰা হৈছে। মৌখিকযুগৰ গীত-মাতসমূহৰ ভিতৰত বিভিন্ন অঞ্চলত প্ৰচলিত আইনাম, বিয়ানাম, নিচুকনি গীত, বিহুনাম আদি অন্তৰ্ভুক্ত কৰা হৈছে। পৰিসৰৰ সীমাবদ্ধতালৈ চাই অনেক গীত-মাত সন্নিবিষ্ট কৰিব পৰা নগ'ল। লৌকিক গীত-মাতসমূহৰ কেতবোৰ যে নাৰীকবিৰ দ্বাৰা ৰচিত তাৰ প্ৰত্যক্ষ পৰিচয় নাথাকিলেও তেনে গীতৰ বিষয়, ভাববস্তু আৰু প্ৰকাশভংগীয়ে ইবিলাকৰ ৰচয়িতা যে নাৰীকবি আছিল তাৰ ইংগিত নিদিয়াকৈ নাথাকে। এই গীতসমূহৰ এটি মন

কৰিবলগীয়া কথা হৈছে সময়ৰ সোঁতত এই মুখ-বাগৰা গীতসমূহত কিছু আধুনিকতাৰ প্ৰভাৱ পৰাৰ সম্ভৱনাও নোহোৱা নহয়। তাৰ মাজতে যিবোৰ গীতৰ মাজত নাৰী প্ৰাণৰ সৌন্দৰ্য্য-সৃষ্টিৰ ক্ষমতা বেছি জিলিকি উঠিছে সেইবোৰকে সংকলনটিৰ বাবে বাছি লোৱা হৈছে।

অসমীয়া লিখিত সাহিত্যৰ ইতিহাসত প্ৰথম নাৰীকবি স্বৰূপে পাওঁ নৱবৈষ্ণৱ যুগৰ কবি পদ্মপ্ৰিয়া আইক। পদ্মপ্ৰিয়া আইৰ ভক্তি-ৰসসিক্ত আৰু গুৰুমাহাত্ম্য প্ৰকাশক গীতসমূহ অসমীয়া কবিতাৰ ইতিহাসত মুকুতামণিৰ দৰে জিলিকি থাকিব। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীমাধৱদেৱ আৰু পিতৃ গোপালদেৱক অভিন্নৰূপে কল্পনা কৰা তেওঁৰ গীতৰ বৈশিষ্ট্য। সংসাৰত পৰম পুৰুষৰ বাহিৰে সকলো অনিত্য; সংসাৰৰ মায়ামোহত মানুহ অকাৰণে বন্দী হৈ থাকে— এইবুলি পদ্মপ্ৰিয়াই বৈৰাগ্যমূলক গীতত উল্লেখ কৰিছে।

'অৰুণোদই' যুগৰ কেইবাগৰাকীও মহিলা গীতিকাৰে ৰচনা কৰা স্তুতিগীত সমূহো অসমীয়া কাব্যসাহিত্যৰ অন্য এক সংযোজন বুলি ক'ব পৰা কেইবাগৰাকী মহিলাই প্ৰাৰ্থনাৰ বাবে অনুবাদধৰ্মী এনে গীত ৰচনা কৰিছিল। তাৰে কেইটিমান সংকলনত সন্নিবিষ্ট কৰা হৈছে। ইংৰাজ মহিলা আৰু খ্ৰীষ্ট ধৰ্মত দীক্ষিতা মহিলাসকলে ৰচনা কৰা গীতসমূহ খ্ৰীষ্টিয়ান সম্প্ৰদায়ৰ নিত্য নৈমিত্তিক পুৱা সন্ধ্যাৰ প্ৰাৰ্থনাত গোৱা হয়। এনি গোল্ডস্মিথ, সুৱৰ্ণ গোল্ডস্মিথ আৰু এমিলি গোল্ডস্মিথ ৰচিত গীতকেইটিত যীশুৰ প্ৰতি অন্তৰৰ অচলা ভক্তি নিবেদন আৰু পাপেৰে পৰিপূৰ্ণ সংসাৰত যীশুৰ প্ৰাৰ্থনাৰ জৰিয়তে উদ্ধাৰৰ উপায় বৰ্ণনা কৰা হৈছে। ড° মহেশ্বৰ নেওগদেৱৰ ভাষাৰে ক'ব পাৰি—"অনুদিত গীতখিনিত অনেক সময়ত ইংৰাজী ভাষাৰ হেঁচাটো ৰৈ গৈছে আৰু বেছিভাগ সময়ত অসমীয়া কবিতাৰ ছন্দৰ লয়লৈ অনুবাদটিইঁত অহা নাই কেতিয়াবা অসমীয়া ভাষাৰ ঠাঁচত সিহঁত সোমোৱা নাই—লাগিলে নতুন ৰচয়িতা আমেৰিকানেই হওক বা অসমীয়াই হওক।"



এই সময়ৰে শেষৰ ফাললৈ আধুনিকতাৰ পৰশ বুলোৱা কবিতাৰ জন্ম হৈছিল। সেই সময়ৰ এগৰাকী কবি হৈছে পদ্মাৱতী দেৱী ফুকননী। তেওঁৰ জনপ্ৰিয় "ফুলৰাণী"ৰ উপৰিও আৰু দুটি কবিতা এই সংকলনত অন্তৰ্ভুক্ত কৰা হৈছে।

ৰোমাণ্টিক যুগৰ আৰম্ভণিকালৰ পৰা পৰৱৰ্তী সময়ছোৱাত কেইবা-গৰাকীও প্ৰতিভাশালী অসমীয়া নাৰীকবিৰ আবিৰ্ভাৱ ঘটিছে। এই সময়ছোৱাৰ কবি কেইগৰাকীৰ কবিতাই অসমীয়া কাব্যসাহিত্যত এক নতুন আয়তন দান কৰিবলৈ সমৰ্থ হয়। তেওঁলোকৰ ব্যক্তিগত জীৱনৰ কাৰুণ্যই কাব্যসৃষ্টিৰ উৎস বুলি খোৱতে ক'ব পৰা যায়। অৱশ্যে তেওঁলোকে সমসাময়িক সমাজখনৰ প্ৰতিও আওকণীয়া মনোভাব পোষণ কৰা নাই। ধৰ্মেশ্বৰী দেৱী বৰুৱানী, নলিনী বালা দেৱী, হিমলা বৰুৱানী, যমুনেশ্বৰী খাটনিয়াৰ আদি কবিসকলৰ কবিতাই অসমীয়া মহিলাকবিৰ কবিতাৰ সংখ্যাগত আৰু গুণগত মূল্যবৃদ্ধিৰ ক্ষেত্ৰত বিশেষভাৱে সহায় কৰিলে। সেইসময়ৰে পৰাই হাতত কলম লৈ অনেক মহিলা কাব্যসাধনাত ব্ৰতী হৈছিল। সীমিত সুবিধাৰ মাজতো নাৰীকবিসকলে স্বকীয় প্ৰতিভা আৰু নীৰৱ সাধনাৰ জৰিয়তে কাব্যচৰ্চাত অৱতীৰ্ণ হৈছিল। বিভিন্ন সময়ত আবিৰ্ভাৱ হোৱা কেইবাগৰাকী কবিৰ মাজৰে এগোগৰাকীক নিৰ্বাচন কৰা হৈছে। সমসাময়িক কবিসকলক শ্ৰদ্ধাৰে সুৰৰি পৰিসৰৰ বৃদ্ধিৰ আশংকাত বস্তুতবে কবিতা বাদ দিবলগীয়া হৈছে।

নাৰীকবিসকলৰ কবিতাৰ কেইটিমান বৈশিষ্ট্য চকুত পৰে। সেই-বোৰ হৈছে ভগৱৎ প্ৰীতি, প্ৰকৃতিৰ সৌন্দৰ্য বৰ্ণনা, ঈশ্বৰৰ চৰণত আত্মসমৰ্পনৰ কৰুণসুৰ, জীৱনৰ বিষাদ গধুৰ অধ্যায়ৰ সকৰুণ বৰ্ণনা আৰু তাৰ বাবেই কবিতাৰ মাজত আত্মসমৰ্পণ। এই কবিতাসমূহত

নাৰীসুলভ কোমলতা আৰু সাৱলীলতাৰ পৰশ পৰিছে। মৃদুমধুৰ ছন্দ, কোমল কোমল শব্দ, সহজ-সৰল ভাৱধাৰাৰ বাবে বহুত কবিতা সুখপাঠ্য হৈছে আৰু পুৰুষকবিৰ কবিতাৰ পৰা পৃথকৰূপে ধৰা দিছে। স্বভাৱতেই অনুভূতিপ্ৰৱণ হোৱাৰ বাবেই মহিলা ৰচিত গীত-কবিতা-সমূহত প্ৰতীক চিত্ৰকল্প আদিৰ প্ৰয়োগ মনোগ্ৰাহী হয়। অনেক প্ৰতিবাদী কবিৰ কবিতাতো মধুৰ সুৰ এটি বৰ্তমান। নাৰীসুলভ কোমলতাই কবিতাসমূহ সততে আবৃত কৰি ৰখা দেখা যায়।

যুগৰ পৰিবৰ্তনৰ লগে লগে সমাজ ব্যৱস্থা আৰু মানবীয় ধ্যান-ধাৰণাৰ স্বাভাৱিক পৰিবৰ্তনত নাৰী প্ৰাণ জাগৰিত হ'ল। স্ত্ৰীশিক্ষাৰ বহুল প্ৰচাৰ প্ৰসাৰে অসমীয়া নাৰীৰ মাজত জাগৰণ আনিলে। চিন্তা-শক্তি পূৰ্বতকৈ গভীৰতৰ কৰি তুলিলে। ক্ৰমে ক্ৰমে প্ৰসাৰিত হ'বলৈ ধৰা আধুনিক কবিতাৰ জগতখনত অনেক মহিলাকবিৰ আবিৰ্ভাৱ ঘটিছে। বিশিষ্টা কবি দিব্যপ্ৰভা ভঁৰালী, নীলিমা দত্ত, নিৰ্মল প্ৰভা বৰদলৈ, লক্ষহীৰা দাস আদিৰ দুটা বা তিনিটাকৈ কবিতা সংকলনত সন্নিবিষ্ট কৰা হৈছে। অৱশ্যে ইচ্ছা থকা স্বত্তেও সমসাময়িক কেইবা গৰাকী কবিৰ এটাকৈহে অন্তৰ্ভুক্ত কৰিব পৰা হ'ল। বৰ্তমান অসমীয়া মহিলা কবিসকল যথেষ্ট অগ্ৰসৰ হৈছে। সম্ভাৱনাপূৰ্ণ অনেক কবিৰ কবিতা বাছি উলিওৱা স্বত্তেও সংকলনৰ সীমাবদ্ধ কলেবৰৰ বাবে বাদ দিবলগীয়া হ'ল। অৱশ্যে একে বৈশিষ্ট্যসম্পন্ন কবিতাৰ বাবে নামোল্লেখ নাথাকিলেও কবিতাসমূহৰ মাজেৰে নাৰী কবি কণ্ঠৰ সুৰ প্ৰতিধ্বনিত হ'ব বুলি আশা কৰিব পাৰি।

কবিতাসমূহ কবিসকলৰ ব্যক্তিগত সংকলন, সমূহীয়া সংকলন আৰু অসমৰ বিভিন্ন আলোচনী-বাতৰি কাকতৰ পৰা সংগ্ৰহ কৰা হৈছে। পূৰ্বে প্ৰকাশিত কবিতাসমূহ নিৰ্বাচনৰ ক্ষেত্ৰত সম্পাদিকাৰ ব্যক্তিগত ৰুচিয়ে সংকলন কাৰ্যত স্বাভাৱিক প্ৰভাৱ পেলাইছে। এতেকে,



আমি বছা কবিতাখিনি সকলো পাঠক পাঠিকাই হয়তো সমানে গ্ৰহণ কৰিবলৈ কেতিয়াবা টান পাবও পাৰে! এনেভাবে নিজৰ ৰুচিৰে বাছোতে বৈ যোৱা ত্ৰুটীৰ বাবে ক্ষমা বিচাৰিলোঁ। কিতাপখনিত অনেক বৰ্ণাশুদ্ধি আৰু নানা আসোঁৱাহ চকুত পৰিব পাৰে। সীমাবদ্ধতাৰ মাজেৰে আগবাঢ়িব লগীয়া হোৱাত অনিচ্ছাকৃত ভাবে কৰা সকলো দোষৰ বাবেও ক্ষমা বিচাৰিলোঁ।

অসমীয়া মহিলাকবিসকলৰ কাব্য কৃতিৰ মূল্যায়নৰ সময় সমাগত। অসম সাহিত্য সভাৰ এই প্ৰশংসনীয় কাৰ্যত মোৰ দৰে নিঃকিন সাহিত্যানুৰাগী মহিলাক সেৱাৰ সুবিধা দিয়াৰ বাবে মই আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। কিতাপখনি যুগুতাই আগবঢ়োৱাৰ ক্ষেত্ৰত মোক দিহা-পৰামৰ্শৰে সহায় কৰাৰ বাবে ড° নগেন শইকীয়া আৰু ড° কৰবী ডেকা হাজৰিকাৰ ওচৰত মই কৃতজ্ঞ। ড° অৰ্পণা দত্ত মহন্ত, শ্ৰীমতী ৰেণু ভুৰা আৰু শ্ৰীৰুণী গগৈয়ে আলোচনী আদি দি মোক সহায় কৰিছিল। শ্ৰীপ্ৰফুল্ল বৰা আৰু শ্ৰীসুৰেশ বৰগোহাঞিয়ে মোক সকলো সময়তে নানাধৰণেৰে সহায়ৰ হাত আবঢ়াইছিল। এই সকলোলৈকে মই আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

আশা কৰিছোঁ সহৃদয় পাঠক-পাঠিকাৰ মৰমে আমাৰ শ্ৰম সাৰ্থক কৰি তুলিব।

২০ মাৰ্চ, ১৯৯১ — মনোৰমা বৰগোহাঞি
ডিব্ৰুগড়

# সূচী

## আইনাম ঃ উজনি অসমৰ

আই মোৰ উজাই আহিলে
আই মোৰ আইৰে সাতেজনী
আই মোৰ বালিতে খপিলে ৰাতি।
আই মোৰ নেজানি ঘাটৈয়ে
আই মোৰ পাৰ নকৰিলে
আই মোৰ সুগন্ধৰ লগালে বাতি ॥
আই মোৰ উজাই আহিলে
আই মোৰ আইৰে সাতেভনী
আই মোৰ বালিতে দিয়ালে ৰভা।
আই মোৰ প্ৰাণীবে বিকলে
আই মোৰ দেখিব নোৱাৰি
আই মোৰ আপুনি লগালে ঘোষা ॥
আই মোৰ উজাই আহিলে
আই মোৰ আইৰে সাতেভনী
আই মোৰ বসন্তে বা বলাই।
আই মোৰ বনৰ পশু পক্ষী
আই মোৰ নামে মাথা দোৱাই
আই মোৰ সাগৰেও জল যোগায় ॥

আই মোৰ উজাই আহিলে
আই মোৰ আইৰে সাতেভনী
আই মোৰ শীতলী পাৱে চলাই ।
আই মোৰ টেঁগাতে আনিছে
আই মোৰ জাতি চন্দনে
আই মোৰ সবাকো যাব পিন্ধাই ॥
আই মোৰ উজাই আহিলে
আই মোৰ আইৰে সাতেভনী
আই মোৰ বৈছাই আনিলে বাই ।
আই মোৰ বা-বৰষুণে
আই মোৰ একোকে নেপালে
আই মোৰ আপুনি চৰমি যায় ॥

কামাখ্যাৰ মুখত নাও ভৰা দিলে
লুইতৰ মুখলৈ চাই ।
বাটত লগে পাই গণেশে সুধিলে
কি ফুল ভৰা দিছা আই ॥
গণেশৰ বাণী শুনিয়া ভবানী
বোলে হাঁসি মিচিকাই
দিছো বৰে মুগী দিছো সরু মুগী
মনুষ্যে চিনি নাপায় ॥
আইতৰ গছতে শীতলা পঢ়িছে
হাতত ৰত্নাৱলী পুথি ।
আইৰ হাতত ধৰি মহাদেৱ বুজাইছে
নেৰিবা ধৰমৰ খুটি ॥



আইৰে চেনেহৰ ম'ৰা চৰাই হালি
দৌলৰ চৌপাশে চৰে ।
হস্তীৰ গমনে আই নামি আহে
চহৰ ফুৰিবৰ মনে ॥
দৌলৰ ভিতৰে চাই মহাদেৱে
গহ্বৰত পাৰ্বতী নাই ।
তুমিহে নেজানা জটিয়া মহাদেৱ
আইয়ে ফুৰে পূজা খাই ॥
আই গুটিমালী ফুলৰে ভঁৰালী
ফুলে জকেমক কৰে ।
দিনে বাৰে লেখি ফুল জোকাৰিলে
মাটিত সৰি সৰি পৰে ॥
ওলাই কাভি পাৰি কলৈ যোৱা মাতৃ
আগুৱাই নোচোৱা মাতি ।
আইৰ চৰণে লাটুমৰ বৰণে
আইৰ গা কেতেকীৰ পাহি ॥
আইৰ নাম মকৰা জোনাকী পৰুৱা
আহে জোৰ ধৰি বাতি ।
আই মহামায়া ফুৰে ঘৰে ঘৰে
দুখীয়াৰ জীৱকে ৰখি ।
আহে তিনিবেলি যায় তিনিবেলি
মনুষ্যৰ চেতনে নাই ।
এবাৰকৈ তিনিবাৰ স্বপ্নত দেখুৱাই
তেওঁ আইক চিনোতা নাই ॥
চোতালত এক দায় মাৰলত এক দায়
মজিয়াত শতেক দায় পাবা ।

সদৌ দায় ক্ষমিবা আই মহামায়া
দাসক দয়া কৰি যাবা ॥
আইৰ পায়ে মচা পামৰু গামোচা
আইৰে জালিকটা পীৰা।
বৰ আই পাচিছে সৰু আই আহিছে
ফুলবাৰী দেও ঘৰৰ পৰা ॥
দুখীয়াৰ ভগা ঘৰ দুৱাৰত নাই থৰ
আইলোক সোমাইছে বঙ্গে।
কি চৰাই নাচিছে আইয়ে ফুল বাচিছে
দুখীয়াৰ ঘৰে সোমায়।
দুখীয়াৰ ঘৰলৈ আইলোক আহিছে
দিবলৈ নাইকিয়া একো।
মূৰৰ কেশেৰে পাৰ মলচিমে
দেহৰ পাৰি দিমে সাঁকো ॥
দুখীয়াৰ ঘৰলৈ আইলোক আহিছে
কি দি কৰিমে সেৱা।
দিম চকু ভৰি শুকুল পিঠাগুৰি
দিম বটাভৰি গুৱা ॥
চাপৰি চাপৰি আমি যাওঁ বাগৰি
আচল ডৰিয়লী গড়া।
থাউনিৰে পৰা অথাউনিত পৰিছো
আয়ে পাৰ মেলি ধৰা ॥
চাপৰি চাপৰি মই তোলো দুবৰি
আই আহিবৰে শুনি।
অলপ মতিয়া আই কুমলীয়া
চোৰঁৰে আনিছে চুলি ॥



চঁতি চাঁচিলে মাৰুলি চাঁচিলে
একে বৰণীয়া কৰি।
মাটিতে বাগৰি দাসীয়ে কান্দিছে
আই আহিবৰে দেখি।
নেকান্দিবা দাসী আয়ে আছে হাঁসি
তুলিব যশস্যা কৰি।
নেজানি সোমালোঁ আইৰে ফুলৰ বাৰী
নিচিনি চিঙ্গিলো কলি।
এইবাৰ দোষকে ক্ষমা ভগৱতী
মাতো চৰণতে ধৰি ॥
ৰূপৰে চকৰি উৰে জাকি মাৰি
সোণৰে দুখনি পাখি।
আই মহামায়া ফুৰে ঘৰে ঘৰে
মনুষ্যৰ জীৱকে ৰাখি ॥

## আইনাম ঃ উজনি অসমৰ

গধূলিতে পদূলিতে লগাই থৈছো বাতি।
নেজানো করুণাময়ী আহে কত বাতি॥
গধূলিতে আই আহে পদূলিলৈ চাই।
মহামায়া আই আহে চৰণ চলাই॥
আই আহি নেদেখিলে দেখিলে জঞ্জাল।
আমি মাতৃক নেদেখিলোঁ অভাগী কপাল॥
আসনত বহি আয়ে ফুলৰ ললে লেখা।
গোপিনীয়ে স্তুতি কৰে আয়ে দিছে দেখা।
আসনৰ চৌপাশে চম্পা নাগেশ্বৰ।
মলমলি গোন্ধাই আছে গোপিনীসকল॥
আসনৰ চৌপাশে ঘটৰ শাৰী শাৰী।
আসনতে বহি আছে জীৱৰ অধিকাৰী।
আসনত বহি আয়ে চউপাশে চাই।
অসুৰৰ পঞ্চসেনা বিভঙ্গে পলায়।
আসনতে বহি আয়ে নমাই থৈছ ভৰি।
গোপিনীয়ে স্তুতি কৰে কৃতাঞ্জলি কৰি॥
এক আয়ে গুৱা কাটে সাতো আয়ে খায়
আসনত বহি আয়ে ৰদ ছটিয়ায়।



আসনৰ চউপাশে ফুলিছে তগৰ।
ডাল ভাঙি ফুল আনি লগালে জগৰ॥
আসনৰ চউপাশে চম্পাই মেলে কলি।
আইলোকে বটা দিছে যুৰি যুৰি কৰি॥
চহৰ ফুৰি আই আহে জাঁই মালতী ফুল।
আম পাতৰ ছাটি মাৰি হৃদয় কৰে জুৰ॥
চকু ভৰি পিঠাগুড়ি বটা ভৰি গুৱা।
গোপিনীয়ে স্তুতি কৰে দয়া কৰি যোৱা॥

# কামৰূপী আইনাম

ঠাই মচা নৈবাদ পাতা আইকে কৰা মান।
কৰযোৰে প্ৰণাম কৰোঁ তুখানি চৰণ॥
ঠাই মচি নৈবাদ পাতি আছো বাট চাই।
কৈলাসৰে ভগৱতী আহি পোৱা নাই॥
আসানতে বহি আই কি ৰঙ্গ কৰিছা।
ছৌষষ্ঠী যোগিনী আহি যোগান ধৰিছা॥
আসানতে বহি আই ফুলকে বাছিলা।
সোণাৰে খৰিকা লৈ মালাকে গাঁথিলা॥
আসানতে বহি আই ফুলৰ লয়ে লেখা।
মায়াৰূপে ভগৱতী ৰাইজক দিয়ে দেখা॥
সৰু আইক মাননি সুফল পিঠাগুৰি,
গোপিনীৰ মাননি গুৱা।
ডাঙৰ আইৰ মাননি বকুল ফুলৰ মালা
আনাগৈ কৈলাসৰ পৰা।
আইৰ সাতোভনী কৈলাসে শুৱনি
লঙ্কালৈ গমান কৰে।
খাৱে পদ্ম জল ফুৰে আই চহঁৰ
তুখীয়াৰ মাননি পায়।
আইৰে একৈশজনী কৈলাসে শুৱনি
লংকালৈ গমান কৰে - তুখীয়াৰ মাননি পায়॥

o o o



আই মোৰ ৰুইয়ে যোৱা,
আই মোৰ সন্ধ্যা কল এজুপি,
আই মোৰ লক্ষণে চপাইলা মাটি এ।
আই মোৰ মাটিৰ গৰ্ভৰ পৰা
আই মোৰ ওলাল পত্ৰ ফেৰি
আই মোৰ দিয়ক বসুমতী ঠাই এ।
আই মোৰ হাতে হাকুটি
আই মোৰ মুখে হ'ল কাকুতি
আই মোৰ আনক পত্ৰফেৰি কাটি এ।
আই মোৰ আনো মাথাত তুলি
আই মোৰ জল মাগিবলৈ যাওঁ এ
আই মোৰ মাগিম কেনে কৰি
আই মোৰ শীতলা ঘাটৰে পানী এ।
আই মোৰ চৌৱে চৌৱে কৰি
আই মোৰ মাৰো সাতে চৌৱে
আই মোৰ আনো পাতালৰে পানী এ
আই মোৰ বৈকুণ্ঠৰে পৰা
আই মোৰ আনো গংগা জলে
আই মোৰ ঠাইখিনি মছিব লাগে এ।
আই মোৰ ঠাইখিনি মছিলে,
আই মোৰ নিবদে পাতিলে,
আই মোৰ কৰ ফুল তামুল দিয়ালে।
আই মোৰ নিবদ পাতি পাতি,

## গোৱালপৰীয়া শীতিলা বা ঠাকুৰাণীৰ নাম

শীতিলা আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
বসন্ত আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
লুতি আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
বাসুৱা আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
মাজু আইৰ দুৱাৰে জলছে বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
চেমেৰী আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
কেতেৰী আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
কাসুলী আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
হাগুৰী আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
ঘাউলী আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।
খুজালী আইৰ দুৱাৰে জলছে ৰতন বাতি-
হা হৰি, আই তোমাৰ চৰণে ধৰি।

## বিয়ানাম ঃ উজনি অসমৰ

ওলাই আহাঁ শশীপ্ৰভা ৰজাৰ মহাদৈ।
শুভক্ষণে যাত্ৰা কৰি জলে আনোগৈ॥
ওলাই আহাঁ দৈৱকী এ যমুনালৈ যাওঁ।
কৃষ্ণক নোৱাব জলে দিব গঙ্গা মাও॥
কাষে ঘন্ট লোৱা মাত মাথে লোৱা মালা।
যমুনালৈ যাব লাগে নকাৰবা হেলা॥
সজোৱা দুণৰি ঘট মঙ্গল কৰিয়া।
লগোৱা সহস্ৰ বন্তি ঘৃত তৈল দিয়া॥
মাথা দোৱাঁই তুলি লোৱা ধৰম টেকেলি।
সন্ধ্যাতে তুলিব লাগে কিয় অত বেলি॥
দৈৱকীয়ে কাষে লৈয়া সুবৰ্ণৰে ঘট।
লয়লাসে চলি যায় যমুনাৰে পথ॥
গোকুলৰে যত নাৰী যায় সমদলে।
উৰুলি মঙ্গল কৰি আনো গঙ্গা জলে॥
সন্ধ্যাতে তুলিবা পানী অতি বৰযুৱা।
পুৱালে পৰিব পক্ষী জলে যাব চুৱা॥

*  *  *

পাটীত বহি ৰুক্মিণীয়ে মনে মনে গুণে।
দ্বাৰকাৰ কৃষ্ণ আহি কাণ পাতি শুনে॥

দিন যুগ নাযায় মোৰ পদূলিলৈ চায়।
কেতিয়া পাবহি কৃষ্ণ সোণৰ বংশী বায় ॥
দেখা সখি চন্দ্ৰাৱলী এইখন কিহৰ ৰভা।
চন্দ্ৰ সূৰ্য্য দুয়ো যেন পাতিছেহি সভা ॥

দেখা সখি কেনে দেখি ৰূপে অদ্‌ভূত।
চন্দ্ৰ সূৰ্য্য দুয়ো যেন জ্বলিছে ভূমিত ॥
শুনা সখি চন্দ্ৰাৱলী জ্বলি আছে ৰাহু।
কৃষ্ণ হেন স্বামী পাইবা দৈৱকী যেন শাহু ॥

নূপুৰৰ ধ্বনি শুনি চন্দ্ৰাৱলী চাই।
কুঞ্জৰ বাহিৰে কৃষ্ণক দেখিবলৈ পায়।
আজি প্ৰভু মোৰ ঘৰে বহু বাংশীধাৰী।
দৰশনে নয়ন জুৰাওঁ বিপিন বিহাৰী ॥

শ্ৰীকৃষ্ণৰ পত্ৰ লৈয়া আহিল বেদনিধি।
ৰুক্মিণীৰে মনৰ বাঞ্চা আজি হলে সিদ্ধি ॥
বেদনিধি বাপু তুমি বৰ উপকাৰী।
আনন্দতে আনি দিলা কৃষ্ণ হেন স্বামী ॥

## কামৰূপী বিয়া নাম

( পানী তুলিবলৈ যাওঁতে গোৱা নাম )

কাষে লটা লোৱা ৰাধা
মাথাই লোৱা মালা; ( হৰি ৰাম ৰাম )

যমুনালৈ যাব লাগে নকৰিবা হেলা। ( হৰি ৰাম ৰাম )
ওলাই আহা নন্দৰাণী বাসুদেৱক কই ( হৰি ৰাম ৰাম )
শুভক্ষণে যাত্ৰা কৰি জল আনোগৈ। ( হৰি ৰাম ৰাম )
ৰাম-কৃষ্ণ, সেন্দুৰীৰ আলিতে,
ৰাম-কৃষ্ণ, কদম ৰুইয়ে দিলে,
হৰি মোৰ, মাজে বকুলৰ শাৰী।
ৰাম-কৃষ্ণ, মিছা নেমাতিবা,
ৰাম-কৃষ্ণ, দৈৱকী সুন্দৰী,
হৰি মোৰ ঐ, কোন ঘাটে তুলিবা পানী।
ৰাম-কৃষ্ণ, যোন ঘাটে আছে ঐ,
ৰাম-কৃষ্ণ, মঙ্গলদৈ কুঁৱৰী,
হৰি মোৰ ঐ, ৰাইজৰ হাতে ভৰি ভাঙে।
ৰাম-কৃষ্ণ, ৰিণিকি ৰিণিকি,
ৰাম-কৃষ্ণ, দেখিছো যমুনা,
হৰি মোৰ ঐ, বৈ আছে কদমৰ তলে।

o o o

কদম পৰি আছে হালি—এ,
ৰাধিকাই তুলিলে পানী—এ।
জলে এৰি দিয়া হৰি—এ,
লৈ যাওঁ কলচিত ভৰাই—এ।
জলে এৰি দিয়া জল ভৰি যশোদা,
পাৰতে নথবা ৰাখি এ।

* * *

আমাৰে গছতে কুলি কেলুকেলাই
ঐ ৰাম, জামৰে গছতে টিয়া হে।
খৈৰাৰ গছতে মৰিয়াই বিন্নায়ে
ঐ ৰাম, কালি ছানা ৰাপাৰ বিয়া হে॥

বাগতা ভোমাৰবৰিত মই গাখীৰ লগালু
ঐ ৰাম, আৰু গাখীৰ পাবাৰে নাই হে।
দাদাই চোৱা কইনা নেৰিবি বাপা তই
ঐ ৰাম, আৰ কইনা পাবাৰে নাই হে॥

## গোৱালপৰীয়া বিয়া নাম

( ১ )

আই সীতাৰ কপালতে
মাণিকৰে জেঠী,
অযোধ্যাৰ ৰাম আহি
ধেনু ভাঙাইল আজি।

( ২ )

কইনা ঘৰৰ বাপ-ভাই
সবে ৰইল চাই,
ৰামচন্দ্ৰ ধনু ভাঙি
সীতা লৈয়া যায়।

( ৩ )

সীতা দেবী পাটীত ৰহি
ভাবে মনে মনে,
অযোধ্যাৰ ৰাম আহি
কাণ পাতি শুনে।

( ৪ )

কি কাপুৰ পিন্ধিম ৰে মাও,
মুগাৰো নালাগে,
সূতাৰো নালাগে,
গোৱালপাৰাৰ শাড়ী লাগে।

( ৫ )

তামুলো কাটিলুং বাট ভৰাইলুং
সন্দাইলুং বাড়িৰ মাজে,
আৰো দুই বছৰ ৰাখিবা নাপাইলুং
মাওৰ বুকেৰ মাজে।

( ৬ )

আহি মাৰি পালি গজাল-মাৰা পীৰা
বহি মাৰি পালি থাল,
হাতো মেলি পালি সীতা চন্দ্ৰমুখী--
ৰাম তোৰ কপালে ভাল।

( ৭ )

আইৰ হাতৰ কাটা গুৱা
ৰাম নাখায় লাজে,
হাতত ধৰি সিফাল কৰে
সমাজৰ মাজে।

## নিচুকণি গীত ঃ উজনি অসমৰ

আমাৰে মইনা শুব এ
বাৰীতে বগৰী ৰুব এ
বাৰীৰে বগৰী পকি সৰিব
মইনাই বুটলি বুটলি খাব।

o o o

লাই হালে জালে আবেলিৰ বতাহে
লফা হালে জালে পাতে,
আমাৰে মইনা হালিছে জালিছে
কালি দুপৰৰে ভাতে।

o o o

মোৰ বোপাই ধুনীয়া পিন্ধে পাটৰ চুৰিয়া
মূৰতে সৰু দৈয়া জাপি এ,
পাটৰ বাটৰুৱাই বৈ বৈ সুধিলে
কোন ডাঙৰীয়াৰ নাতি এ।

o o o

শিয়ালী এ নাহিবি বাতি,
তোৰে কাণ কাটি লগামে বাতি,
শিয়ালীৰ মূৰতে মকুৰা ফুল,
শিয়ালী পালেগৈ ৰতনপুৰ।
হুৰ হুৰ বটা চৰাই
মোৰ ধান নাখাবি
তোক দিম গোটা কড়াই
ধানো খাম চাউলো খাম
তোকে বিয়া কৰি ঘৰলৈ যাম।
ৰ'দালি এ ৰ'দ দে,
আলি কাটি জালি দিম,
বৰ পীৰা পাৰি দিম
তাতে বহি ৰ'দ দে
ৰ'দালিৰ মাকৰ তিনিডাল চুলি
গৈ গৈ পালেগৈ বিৰিণাৰ গুৰি।
শালিকী এ ৰতৌ তৌ
ভাত হ'ল শাক হ'ল শালিকী ক'লৈ গ'ল,
এইখিনিতে আছিলে গোবৰ খুচৰি
কোনোবাই লৈ গ'ল ডিঙি মুচৰি।

## কামৰূপী নিচুকনি গীত

জোন কাকা এ! আহ আহ,
ভাত দিম, মাছ দিম;
চাঙৰ তলত বাহা দিম,
(আমাৰ) বাপাৰ মূৰত টুপুতকৈ পৰ।

o o o

আমাৰ বাপু সৰু ছলি
পাতত নাখাই ভাত;
বাপেক গেইছি কাঁহী গৰাবা
ছয় মাহৰ বাট।

o o o

নাচনী মৈৰা ডালত,
পাট-কাপোৰখান শালত;
মাইচানাৰ মাক ওলে আহ,
মাইচানাৰ মাক বান্ধনী শালত।

o o o

কাউৰে কৰিছি কা কা কা:
বাপু তই সন্‌কালকে খা।
মেকুৰী বুলিছি মেউ মেউ মেউ;
বাপু তোক সন্‌কালকে নেউ।
কাউৰে কৰিছি কলো কলো কলো;
বাপু তই সন্‌কালকে ওলো।

## গোৱালপৰীয়া নিচুকনি গীত ( নিন্দালি )

আমাৰ মাইয়ো ভাল
পিন্ধে ফাৰা জাল
ঘৰে ঘৰে বিচ্‌ৰি বেৰায়
কোন বুঢ়াটা ভাল ॥

o o o

আয়ৰে চান কাকা
আয়ৰে আয় আয়
দুধ দিম ভাত দিম
আমাৰ মাইৰ লগত
চাণ্ডেৰ তলত খেলা দিম ॥

o o o

কেউ কান্দিছে দুইটা শিয়ালেৰ মাথা
ঘোৰা লাগিছে
একটা খাইল বামুন ঠাকুৰ
একটা খাইল টিয়া
টিয়াৰ বেটীৰ বিয়া হয়
যোৰ ঢাক দিয়া

o o o

এটি দুটি তিনিটি নালা থাৰা থুৰি
ঘেচু কাল টাম্‌টিম চৰাইৰ দিম্‌
কাঠলেৰ নাঙল ভইসেৰ শিং
কলৰ থুৰি উনৈশ কুৰি।

## বিহুনাম

( ১ )

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
তাতোকৈ চেনেহৰ মাকো,
তাতোকৈ চেনেহৰ বহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকো।

( ২ )

ৰাতি দুপৰলৈ কাটি সুত লাহি
ধনলৈ বিহুৱান ব'লো
ৰঙাকৈ আঁচুৰে বাছি পাণেকটা
টিপতে লুকুৱাই থ'লো।

( ৩ )

ওঁৰে গছতে মৌৱে বাঁহ ললে
ককাই পাৰি দিয়া খাওঁ
আতোলা সোণৰে বিৰি গঢ়াই দিয়া
বিহু মাৰিবলৈ যাওঁ।

( ৪ )

ম'হৰ শিঙৰ পেঁপাটি নৱজাবা ককাইটি
মোৰে মন উৰুঙা কৰে,
পেঁপাৰ মাত শুনি ৰবকে নোৱাৰি
হাতত বন সৰি পৰে।

( ৫ )

আইৰে ঘৰতে আছিলো এজনী
ফুলক নুবুলিলো ফুল,
কুমলীয়া তামোলে কোঁচ নভৰিলে
খোপাই নধৰিলে ফুল।

( ৬ )

বিৰ দি মাৰি যাওঁ বিঢ়াকৈ ওকনী
খেপিয়াই মাৰি যাওঁ লেখি,
এড়ুখৰি গামোচা বৈ থৈ আহিছোঁ
পতুম ফুল এপাহি বাছি।

( ৭ )

ধনে দি পঠিয়ায় লংফুলৰ হাঁচটি
আমি দি পঠিয়াম কি
ধনৰে আগতে বাতৰি ক'বাগৈ
আমি দুখীয়াৰ জী।

( ৮ )

ঢোলত চাপৰ মাৰি ঢুলীয়া ওলালে
বহি বৈ আছিলোঁ তাঁত;
টোপোলাৰ সেন্দুৰ টোপোলাত থাকিলে
খাবলৈ নহলে ভাত।



( ৯ )

আজি বিহু বিহু কালি বিহু বিহু
বিহুলৈ কেইদিন বাকী;
ধন মোৰ অহা নাই গোন্ধ তেল অনা নাই
আমনি লাগিছে থাকি।

( ১০ )

সৰু হৈ আছিলোঁ গৰু ৰখিছিলোঁ
ডাঙৰ হৈ লগালোঁ তাঁত,
ওলোটাই উভতাই মাকো মাৰিছিলোঁ
মোৰ ধনে লগালে মাত।

( ১১ )

তাঁতৰ দোৰেপতি লৰে ঘনেপতি
পলকত মাকোটি ঘূৰে,
বহো তাঁতৰ পাটত চকু আলিবাটত
মাকো সৰি সৰি পৰে।

( ১২ )

দিখৌ নৈ ইপাৰে দিখৌ নৈ সিপাৰে
কোনে দিয়ে যাব সাঁকো,
কোনে দিয়ে যাব কাঠৰ দোৰেপতি
কোনে দিয়ে যাব মাকো।

( ১৩ )

হাই দি তুলিবৰ লাই মোৰ চেনাই ঐ
হাই দি তুলিবৰ লাই,
তুমি যে খুজিলা এখনি হাঁচতি
ব'বলৈ টোলোঠা নাই।

( ১৪ )

আৰু বেলিৰ বিহুটি চেৰেঙা বেৰেঙা
চ'তৰ বিহু যুজাবৰ কণী ;
লুইতৰ পাৰৰে বৰ্হমথুৰি আনিবা
হাতীদাঁতৰ আনিবা ফণী।

( ১৫ )

লবৰ মনে গ'লে জালিকটা ৰিহা
হাতেৰেও নহ'লো কাজী,
যাবৰ মনে গ'লে পিন্নিঙা ডেকালৈ
ভাইগত নাহিলো সাধি।

( ১৬ )

চিৰিপ্ চিৰিপ্ কৰি কাপোৰ ধুই আছিলো
চিৰা লুইতলৈ চাই ;
চিৰা লুইতৰ ৰূপালী সোঁতে
চেনাই নাৰে মেলি হায়।

## পদ্মপ্ৰিয়া বাইৰ গীত ( ১ )

ৰাগ—ৰামগিৰি

জয়জয় ৰাম কৰোহো প্ৰণাম, গোপালৰ পাৱে পৰি।
গোপাল অ সিলা ধৰ্ম প্ৰচাৰিলা, নিজ মায়া বশ্য কৰি।

পদ

নৱৰূপে হৰি ভৈল অৱতাৰ
হৰিলা পাপীৰ ভাব।
অতি অজ্ঞানীক জ্ঞান দানে তুষি
কৰিলা ভক্তি প্ৰচাৰ॥
শংকৰ স্বৰূপে প্ৰদীপক থৈলা
মাধৱেসে বঢ়াইলন্ত।
তৈল বন্তি দিয়া সম্পূৰ্ণ কৰিয়া
গোপালেসে জ্বলাইলন্ত॥
কহে পদ্মপ্ৰিয়া ভক্তি দান দিয়া
গোপাল কৃপাল স্বামী।
পাৰত আৰিয়া নিয়োক গোপাল
শৰণ পশিলো আমি॥

## পদ্মপ্ৰিয়া বাইৰ গীত ( ২ )

### ৰাগ—ৰামগিৰি

গুৰু পদ নভুলিবি মন তই,
গতি মোৰ ( গুৰুৰ ) দুহু পাৱে।
ভৱ বৈতৰণী তৰিতে তৰণী,
আনমতে কেবা পাৱে॥

পদ

পুত্ৰ পতি ধন সবে অকাৰণ
যেন জলবিম্ব ভাসে।
এই আছে নাই সবে হয় ছাই
সকলো কালে গৰাসে॥
জীৱন যৌৱন দুয়ো অকাৰণ
যেন সপোনৰ নিধি।
মিছা সুখ লাগি ব্ৰহ্মক তিয়'গি
নভৈল কিছুই সিদ্ধি॥
বিষয়ত মন সুদৃঢ় বন্ধন
মায়া মহাপাশ জৰী।
পদ্ম পিৰিয়াই কহে অভিপ্ৰায়
গোপালৰ পাৱে পৰি॥

## পদ্মপ্ৰিয়া বাইৰ গীত ( ৩ )

### ৰাগ—ৰামগিৰি

জয়তি শংকৰ জগত ঈশ্বৰ, পৰম পুৰুষ দেৱতাৰ।
কায়স্থ কুলত কুসুম্ব গৃহত পূৰ্ণ ব্ৰহ্ম অৱতাৰ।

পদ

গুৰুৰূপে আসি ভৈলা অৱতাৰ
কৰিল মানৱ লীলা।
অতি অজ্ঞানীক জ্ঞান দানে তুষি
সন্তৰ সঙ্গতি দিলা॥
অসঙ্গী জীৱক সঙ্গ কৰাইলেক
শংকৰ স্বৰূপে হৰি।
মাধৱ স্বৰূপে ভকতি বঢ়াইল
নিজ মায়া বশ্য কৰি॥
গোপাল স্বৰূপে সেহি অনুৰূপে
ভকতিক পালিলন্ত।
আনন্দ সমুদ্ৰ ৰস মাজে মজি
ৰহিলা যত মহন্ত॥
অনাদি অনন্ত প্ৰভু ভগৱন্ত
তোমাৰ অনন্ত লীলা।
শংকৰ মাধৱ গোপাল স্বৰূপে
নিজ যশ প্ৰচাৰিলা॥
মই হীন মতি নামে পদ্মপ্ৰিয়া
নাজানো ভক্তি তোমাৰ।
কায় বাক্যমনে তোমাৰ চৰণে
শৰণ কৰিলো সাৰ॥

এনী গোল্ডস্মিথ

স্তুতি গীত ( খ্ৰীষ্ট ধৰ্মীয় )

I kuow that My Redeemer Liveth,
Jessie Brown Pounds. ( Dflot-sol )

S. J. H. Fillmore.

১। মোৰ মুক্তি দাতা আছে জীয়াই,
জানো, পুনৰ তেওঁ আহিব,
তেওঁ মোক দিয়ে অনন্ত জীৱন ;
বিনামূল্যে তেওঁ কৰে ত্ৰাণ।

দোহাৰ জানো, মই জানো যীচু জীৱিত ;
পুনৰ তেওঁৰ হব আগমণ।
অনুগ্ৰহ, শক্তি, তেওঁৰেই হাতত ;
জানো, তেৱেঁই দিয়ে জীৱন।

২। মই জানো তেওঁৰ অঙ্গীকাৰ অলৰ,
তেওঁৰ বাক্য লুপ্ত নহব ;
নাশ কৰিলে তেওঁ মৃত্যুৰ বন্ধন,
সাধিলে তেওঁ পুনৰুত্থান।

৩। হয়, মোৰ ঠাই স্বৰ্গত যুগুত আছে,
সদায় থাকিম তেওঁৰ লগতে।
উত্তম বাৰ্ত্তা—তেওঁ জীৱিত ত্ৰাতা,
সৰ্বশক্তিমান ত্ৰাণকৰ্ত্তা।

সুবৰ্ণ গোল্ডস্মিথ

স্তুতি গীত ( খ্ৰীষ্ট ধৰ্মীয় )

Take the Name of Jesus with You
Lydia Baxter ( A Flat-sol ) Precious

Name. SS·91

১। সঙ্গে সঙ্গে সদায় লোৱা, প্ৰিয় প্ৰভু যীচুৰ নাম,
বাটে, ঘাটে য'তে যোৱা, নাপাহৰিবা তেওঁৰ নাম।

দোহাৰ—অহ, তেওঁৰ কি প্ৰিয় নাম ! ৰাখিবা সদায় চিত্তে ;
যীচুৰ নাম, যীচুৰ নাম, গোৱা সদায় আনন্দে।

২। বাটত যেতিয়া অকলশৰে তুমি কৰিবা ভ্ৰমণ ;
যীচুৰ নামত তোমাৰ হব সকলো আপদত ত্ৰাণ।

৩। যীচুৰ নামকে সুঁৱৰি যাত্ৰা কৰা দুখিত জন।
দুখ ও শোক সকলো গুচি হব তেতিয়া শান্ত মন।

৪। যাত্ৰাৰ অন্তত পালে স্বৰ্গ আঁঠু ল'ম তেওঁৰ চৰণত,
সেৱা কৰিম পিতৃৰ নামে তেওঁৰ সিংহাসনৰ আগত।

## এমিলি গোল্ডস্মিথ্

### স্তুতি গীত ( খ্ৰীষ্ট ধৰ্মীয় )

Sauiour, Lead Me, Lest I stray.
Frank M Davis. ( D Flat-sol )

F.M.D. SS. 537.

১। মোক চলোৱা, হে ত্ৰাতা,
জানোচা বিপথে যাওঁ ;
তোমাত হে মোৰ ভাৰসা,
তোমাৰ প্ৰেমৰ প্ৰাৰ্থী হওঁ।

৩। তুমি মোৰ প্ৰাণৰ আশ্ৰয়,
জীৱনৰ ক্লেশৰ কালত,
তোমাৰ গুৰিত মই নিৰ্ভয়,
মোৰ আশা কেৱল তোমাত।

৩ ত্ৰাতা, যেতিয়া শেষ দিন,
হ'ব শেষ জীৱনৰ ক্লেশ,
পামগৈ মই দীপ্তিৰ দিন
য'ত নাই চকুৰ লোৰো লেশ।

## পদ্মাৱতী দেৱী ফুকননী

### প্ৰাৰ্থনা

হে প্ৰভু কৃপাল হৰি মাতিছোঁ কাকুতি কৰি,
কৃপা কৰি অধমাক কৰা প্ৰভু পৰিত্ৰাণ,
সুখ-ভোগ যথাকালে উন্মত্ত ৰোগে পালে,
তোমাক বিস্মৰি প্ৰভু হলোঁ যে স্বতন্ত্ৰ-মান।
অবলা অজ্ঞানী অতি, নাজানো ভকতি স্তুতি,
ক্ষমা কৰা দীনবন্ধু, তয়ু পাৰে দিয়া স্থান।
পাপ সাগৰত পৰি, ভয়ে মাতো ত্ৰাহি হৰি,
তুষ্ট হোৱা দয়াসিন্ধু, কৰাহে কৰুণা দান।
ক্ষুদ্ৰ প্ৰাণে বল দিয়া পাপ দূৰ কৰি নিয়া,
তোমাৰ নিৰ্মল প্ৰেম দিয়াহে কণিকা মান।
ভোগ বাঞ্ছা হোক শেষ নেথাকোক মোহদ্বেষ,
হৰিনাম সুধা যেন, মোৰ মনে কৰে পান।
কত সুখভোগ দিলাঁ কাঢ়ি নি বিলাই চালা,
এতিয়া গোহাৰি কৰোঁ দিয়া শান্তি দিয়া জ্ঞান
তুমি প্ৰভু জগতৰ, মূলাধাৰ চৰাচৰ
সৰ্বজীৱে তুমি হৰি আছাঁ হে বিৰাজমান।
তুমি সত্য, তুমি নিত্য, তুমি সৰ্বশক্তিমান,
তোমাৰ প্ৰসাদে প্ৰভু লভো দিব্যজ্ঞান
দিয়া দিয়া শান্তি দিয়া দিয়া প্ৰভু প্ৰেম দিয়া
তোমাতে বিলীন যেন হয় এই ক্ষুদ্ৰ হিয়া

## পদ্মাৱতী দেৱী ফুকননী

### বসন্ত

ওলাইছে বসন্ত উলহে উথলি
নববৰিষৰ অনুৰাগী হৈ,
গছে পাত সলাইছে, মলয়া বলাইছে
ঋতু সমাগমে হৰষিত হৈ।
চৰায়ে মাতিছে, বনৰ ফুল ফুলিছে,
ভোমৰা আহিছে মৌ পিবলৈ
আগতে বাৰিষা উপচি আহিছে
গছ লতা বনত ৰস দিবলৈ।
শস্যেৰে শুৱনী হব আই ধৰা,
খেতিয়ক যাব হাল কোৰ লৈ,
মধুমাস পাই বিৰহী সকলৰ
হিয়া পুৰি উঠে প্ৰিয়জনলৈ,
ভাবুক সকলে ভগৱন্তক ভাবি
ধ্যানত থাকিব একে ঠৰ হৈ।



## ফুল-ৰাণী

পদ্মাৱতী দেৱী ফুকননী

চোৱাঁচোন সখী মোক কেনে দেখি
ৰূপহী হৈছোঁনে মই?
ফুলেৰেই সাজিছোঁ কি ৰূপ ধৰিছোঁ
দেখিলে খাবা নে ভয়?
সুগন্ধি ফুলৰ গাঁথি চন্দ্ৰহাৰ
হিয়াত পিন্ধিছো মই,
নৱৰত্ন মালা গাঁথি যতনেৰে
আছোঁ যে হাতত লই।
দহো আঙুলিত ফুলৰ আঙঠি
পিন্ধিছো হেপাহত মই,
খোপাৰ ওপৰত মালতীৰ খোপা
পৰিছে ভোমোৰাচয়।
গুণ গুণ কৰি মধু খায় অলি
গাইছে ললিত তানে,
ভোমোৰাৰ গীতত হিয়া নুজুৰায়
তাকনো শুনিব কোনে?

চিতি পাতি দেখি আহি মৌ-মাখি
পৰিছেহি উৰি উৰি
জানোচা কামোৰে ভয় লাগে মনে
কলৈ যাম ঘূৰি ঘূৰি ?
চন্দ্ৰৰ জোছনা মুখত পৰিছে
লুকাবৰ নাই ঠাই,
ঘৰলৈ যাওঁতে বাট হেৰুৱাম
জানো দেৱতাই পায়
আই ঐ দেহি সখী ! বৰ ভাল দেখি
বাসন্তী দেৱী যেন হ'লা,
আহাঁ চুমা খাওঁ কোলাত বহুৱাও
মোৰ মন মুহি ল'লা ।
তোমাৰ সাজ-পাৰ দেখি চন্দ্ৰমাও
থিয় হই চায় ৰই,
মুগুধ ভোমোৰা কিয়নো নাহিব
মধুলোভে মত্ত হই ।
নকৰিবা ভয় নাই যে সংশয়
দেৱেও নিনিয়ে হৰি
সখাৰ হাতত শোধাই দিবলৈ
যাওঁ ব'লা খৰ কৰি ।

## কি বিচৰা ?

হিমলা বৰুৱানী

যদি সুখহে বিচাৰা
লোকৰ দুখ তুমি
গুচাবলৈ কৰা সাধ
নিত্য সুখ পাবা তেনেহলে
বিধাতাৰ আশীৰ্বাদ ।
যদি মানী হ'ব খোজা
তুলি লোৱাশিৰে
জগতৰ অপমান,
সৰু হোৱা যদি সবাৰো কাযত
বাঢ়িব তোমাৰ মান ।
যদি যশহে বিচাৰা
নিজক বিলোৱা
দেশৰ সেৱা কাৰণে,
পাবা দেখিবলৈ সাধিছে যশে
তোমাৰ ধৰি চৰণে ।
যদি বিচাৰাহে ধন অমূল্য ৰতন
চোৱা আপোনাৰ মাজে,
পৰম ধন ব্ৰহ্ম সনাতন
দেখিবা হিয়াত বাজে ।

## বাৰিষা

হিমলা বৰুৱানী

শুকাই তৰুলতা
পৃথিবীও ফালে
জেঠৰ বাৰ খৰ পাই,
চোকা সূৰুযৰ
অসহনি তাপে
সকলো মূৰ্চ্ছা প্ৰায় ।
নিদাৰুণ তাপে
পশু পক্ষী কান্দে
পাতৰ আঁৰত ৰ'ই
মউপিয়া চৰাই
মউ পিউ বুলি
ঘনে আকাশলৈ চাই ।
কাঞ্চন কৰবী
বকুল কদম
নুফুলি লেৰেলি গ'লে
খেতিয়ক সকলে
দিন বাৰ গণি
বাৰিষালৈ বাট চালে ।



দখিনৰ মলয়া
জুৰকৈ বলিলে
পদূলিৰ ধূলি উৰাই
সবে তৰুলতা
মূৰ ডাঙি চালে
চেনেহৰ পৰশ পাই ।
আকাশত জিলিকে
ক'লা ডাৱৰ চটা
উৰিলে বগলী জাক
চমকা চমকে
বিজুলী মাৰিলে
মেঘেৰো শুনিলে ডাক ।
গিৰ গিৰ কৰি
ফটিক জল পৰি
বোৱালে বাৰিষাৰ ঢল
সবাৰো মনত
আনন্দ মিলি
আশাটি পূৰণ হ'ল ।

## নাৰী

ধৰ্মেশ্বৰী দেৱী বৰুৱানী

নাৰী তুমি আগবাঢ়া প্ৰগতিৰ পথে
পোহৰলৈ কৰি অভিযান,
যতনে ৰতন মিলে ইয়ে সুনিশ্চিত
পোহৰৰ লভিবা সন্ধান।
নাৰী তুমি, ধন্যা তুমি শত ধন্য তৰ
মূৰ্ত্তিময়ী প্ৰেমময়ী প্ৰাণ,
দয়াৱতী ক্ষমাৱতী করুণাৰূপিনী
জগতক দিয়া স্নেহ দান।
নাৰী তুমি, মাতৃৰূপা প্ৰকৃতি ৰূপিনী
প্ৰাণময়ী প্ৰাণ বিনোদনী,
গীতিৱতা ধৰ্মনিষ্ঠা স্নেহময়ী তুমি
মমতাত মাতৃ স্বৰূপিনী।
বুভুক্ষুৰ আৰ্ত্তনাদ শুনা কাণপাতি
দৰিদ্ৰৰ করুণ বিননি,
দিয়া দান লভা প্ৰাণ দুৰ্গত জনক
বিলোৱা তোমাৰ হিয়াখনি।
আতুৰৰ হকে দিয়া প্ৰাণৰ পৰশ
ঢালি দিয়া চেনেহ সঁফুৰা,
ফুলোৱা পদুমপাহি মৰুৰ বুকুত
বই থক শান্তিৰ নিজৰা।
নাৰী তুমি পোহৰোৱা সুন্দৰ জগত
নাৰীত্বৰ প্ৰভাৱ বিস্তাৰি,
ধন্য হোৱাঁ, পূৰ্ণ হোৱাঁ প্ৰভাময়ী নাৰী
জীৱনৰ জয়তু বিচাৰি!

## মিলন প্ৰয়াস

ধৰ্মেশ্বৰী দেৱী বৰুৱানী

পৰ্বত ভৈয়াম নগৰ সাগৰ
আৰু কত জান জুৰি,
আকাশে বতাহে বিচাৰি ফুৰিলোঁ
গোটেই বিশ্ব ঘূৰি।
ব্যৰ্থ হ'ল মোৰ সকলো প্ৰয়াস
দেৱতা নাপালোঁ হায়!
ইংগিতেৰে যেন ক'লে সকলোৱে
"নাই, নাই আৰু নাই।"
ক'ত মোৰ প্ৰাণ ক'ত মোৰ প্ৰিয়
কত যে বিননি গালোঁ,
ক'তো যে নাপালোঁ প্ৰাণৰ দেৱতা
মাথো হাবাথুৰি খালোঁ।
হিয়াৰ দেৱতা বিচাৰি ফুৰিলোঁ
ক'তো যে নাপালোঁ দেখা,
শোক হুমুনিয়া চকুলোৰে মাথোঁ
ৰ'ল এটি ক্ষীণ ৰেখা।
প্ৰাণৰ তৃষ্ণাই আকুল কৰিলে
প্ৰিয় মিলনৰ আশে,

ক'ত সেইজন বাঞ্ছিত ধণ
ক'তেবা লুকাই আছে ?
ৰ লাগি মই থাকোঁ থৰ হই
মনতেই ভাবি গুণি,
বিশ্ববিদাৰি মহাব্যোম ভেদি
হ'ল এটি প্ৰতিধ্বনি।
অচিন্ত অব্যক্ত ৰূপ আছে তোৰ
হিয়া মণিকূট মাজে,
দেখা পাবি তাতে প্ৰাণৰ দেৱতা
মোহন মূৰতি সাজে।
মন দাপোনৰ মলি মচি ল'ই
জ্ঞানৰ শলিতা জালি,
প্ৰেমৰ অৰ্ঘ্য প্ৰিয়ৰ শিৰত
দিবিচোঁ যতনে ঢালি।
আকুল ভাবেৰে আঁকোৱালি তোক
প্ৰিয়তমে ল'ব তুলি,
গোটেই বিশ্বত মোৰেই স্বৰূপ
মোৰেই আতমা বুলি।
ব্যৰ্থতা তোৰ হ'ব যে সফল
প্ৰিয়ক বিচাৰি পাবি,
শান্তি সাগৰ উথলি উঠিব
প্ৰিয়ৰ পৰশ পাই,
অব্যক্ত সুৰত বাজিব ৰাগিনী
মিলন গীতিকা গাই।

## বিকাশ

ধৰ্মেশ্বৰী দেৱী বৰুৱানী

বিকশিত হয় পদুমৰ পাহি
সূৰুযৰ প্ৰভা পাই,
প্ৰাণৰ পৰাগ ৰেণুৰ সুৰভি
চৌদিশে বিয়পায়।
বনত বিকাশে বনৰীয়া ফুল
মলয়াৰ পৰশত,
উলাহে আবেগে নাচি বাগি থাকে
সুৰভিত হৰষত।
শিশুৰ অন্তৰ হয় বিকশিত
স্নেহৰ পৰশ পাই
মাতৃয়ে যেতিয়া বুকুত সাৱটি
দুগালত চুমা খায়।
যৌৱন বিকাশে প্ৰেম সাগৰত
যেতিয়া জোৱাৰে নাচে,
সন্ধানী প্ৰাণে বিচাৰে সন্ধান
প্ৰেম পৰশৰ আশে।

মহাসাগৰৰ হয় যে বিকাশ
তৰংগৰ হিল্লোলত,
বসুধাৰ বুকু দিয়েহি কঁপাই
খলকনি কল্লোলত।
নীলিম বিকাশে তৰা ফুল ফুলি
ধৰাখনি উজলাই,
জো ৰ বিকাশ জোনালী বিৰণে
অম্বিত বৰষায়।
গছ-লতা-ফুলে প্ৰকৃতি বিকাশে
ধৰাই নাচোন নাচে,
জগতৰ প্ৰভা বিকাশিত হয়
অভিলাসে লয়লাসে।
মানৱৰ প্ৰাণ নহলে বিকাশ
জীৱন বিফলে যায়,
প্ৰাণৰ বিকাশ আতমা প্ৰভাৱে
জ্ঞানৰ পোহৰ পায়।
কৰ্মই কৰে কৰ্মৰ বিকাশ
কৰ্ত্তব্যত কৰে গতি,
অনুভূতি বিনে নলভে তৃপিতি
পৰানে নাপায় প্ৰীতি।
জ্ঞান আৰু কৰ্ম মানৱৰ ধৰ্ম
ধৰা কৰমৰ ঠাই,
কৰ্ম বিনে জ্ঞান নহয় পূৰণ
জ্ঞান কৰ্ম দুই ভাই।
আহাঁ ভাই ভনী সকলোৱে মিলি
জ্বলোৱা জ্ঞানৰ বন্তি.



পোহৰৰ পথে যোৱা আগুৱাই
লভিবা পৰম শান্তি।
আনৰ কাৰণে যদিহে নাকান্দে
বিকাশ নহয় প্ৰাণ,
প্ৰগতিৰ পথে যোৱা আগবাঢ়ি
প্ৰাণ দিয়া অৱদান।

## জনমভূমি

নলিনীবালা দেৱী

মেলিলোঁ প্ৰথম চকু
তোমাৰ কোলাতে আই
জনমৰ আদিম পুৱাত,

মুদিম আকৌ চকু
তোমাৰ কোলাতে শুই
জীৱনৰ শেষ সন্ধিয়াত।

মৰাৰ পিছতো যেন
পাওঁহি আকৌ ঠাই
চেনেহৰ শীতলী কোলাত,

ভাগৰুৱা আতমাই
শেষৰ জিৰণি লৈ
জিৰাবহি তোমাৰ ছাঁয়াত।

পখী হৈ আকাশৰ
বুকুত ফুৰিম উৰি
বাঁহ লম ওখ বিৰিখত,



পুঁৱতীৰ লগে লগে
জগাম তোমাক নিতে
বনৰীয়া সুৱদী গীতত।

আকাশৰ তৰা হৈ
ৰ লাগি চাই ৰম
সেউজীয়া শুৱনি জেউতি,

জোনাকত মিল হৈ
বিমান পথত ৰৈ
ওৰে ৰাতি কৰিম আৰতি।

হিমালয় পৰ্বতৰ
শুকুলা টিঙত গৈ
ফুলি ৰ'ম মানসী বিলত,

মলয়াৰ চোঁৱৰত
পাৰিজাত ৰেণু সানি
ঢলাম তোমাৰ চৰণত।

নদী হৈ পখালিম
দুখানি চৰণ নিতে
মাটি হৈ মিলিম বুকুত,

সোণোৱালী মেঘ হৈ
ৰঙা হাঁহি বিৰিঙাম
শেঁতা পৰা দুখনি ওঁঠত।

তোমাৰ ই ধূলি বালি
তোমাৰ আকাশ বায়ু
আই মোৰ স্বৰগৰ বাস,

তুমি মোৰ মৰতৰ
পুণ্য মুকুতিৰ ভূমি
তুমি মোৰ তীৰ্থৰ প্ৰভাস।
অ' মোৰ চেনেহী দেশ
তোমাৰ দুখীয়া পঁজা
ৰচা তাত শান্তিৰ স্বৰগ,
ক'ত পাম এনে প্ৰীতি
সবল প্ৰাণৰ ভাষা
সেৱাৰ মহিমাময় ত্যাগ।
দুখীয়াৰ ভঙা পঁজা
একোখনি তীৰ্থ তাত
একোখনি পুণ্যৰ আশ্ৰম,
মৰিলে পুনৰ আহি
দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

## পৰম তৃষ্ণা

নলিনীবালা দেৱী

আজিৰ নোহোৱা তুমি সুন্দৰী পৃথিৱী
জনমৰ যুগমীয়া তুমি,
তুমি মোৰ অনন্তৰ শান্তিৰ জিৰণি
অতীতৰ স্বপ্নলীলা ভূমি।
কতবাৰ জনমিলোঁ তোমাৰ কোলাতে
গৈছিলোঁ আকৌ উভতি;
অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ
ঘূৰি ঘূৰি আহিলোঁ উভতি।
নিজৰা সোঁতত শুনো অতীত কণ্ঠৰ (যেন)
মাৰ যোৱা কৰুণ বিননি
অশৰীৰী আতমাৰ জিলিৰ মাতেতে (যেন)
গহীনাই উঠে হাবিয়নি।
ঊষাই মিচিকি হাঁহে হেঙুলী আঁচল মেলি
অৰুণৰ সোণালী ৰথত
নিশাৰ আন্ধাৰ ঠেলি সোণোৱালী বেলি উঠে
সুনীলিম পূব আকাশত।

দূৰণিৰ পখীজাকি উৰি যায় বিঙিয়াই
বিয়াকুল উদাসী সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত।
মোৰো এই পিঁজৰাৰ অশান্ত পখীটি দেখো
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত।
পুৱতি নিয়ৰ সনা চেঁচা বাও ছাটি মাৰি
বৈ যায় কপাল তিয়াই
স্বৰগৰ বাতৰি বিলাই।
মুদ খোৱা চকুযোৰ নৌ মেলোতেই
সপোন ঘুমটি জাল নৌ ভাঙোতেই
নিশা উষা মিলনৰ ৰঙা পোহৰত
যুগান্তৰ স্মৃতি ভাহে কল্পনা পটত।
শুনি বিহগীৰ গীতি
গুৱলা মাতৰ
ভাহি উঠে স্মৃতি যেন
কোন অতীজৰ।
গাই থোৱা অতীততে
কুলি কেতেকীৰ সতে
পাহৰা সুৰৰ কত গীত প্ৰভাতৰ।
সনা আছে শত স্মৃতি
যুগান্তৰ প্ৰকৃতি ৰূপত
জোনাক জেউতি ঢলা
সুশীতল সান্ধ্য পৱনত।
সেউজীয়া পথাৰৰ
শ্যামল কে'লাত



ইঁহা কন্দা বেজাৰৰ
ঘাত প্ৰতিঘাত—
মোৰেই হিয়াৰে ঢৌ ভাৱ সাগৰত
থৌকি-বাথৌ কৰি
উথলিছে প্ৰকৃতি বুকুত
গাঁথিছো অনন্ত মালা
লক্ষ্য জীৱনৰ
আধৰুৱাকৈ এৰা
শত কৰমৰ।
মানস মুকুতা লৈ
কল্পনাৰ হাৰ
ভাৱ বান্ধি লৈ যোৱা
অসীম বেথাৰ।
কিয় অহিছিলোঁ বাৰু
কিয় গৈছিলোঁ
কিহলৈ ঘূৰি ঘূৰি
উভতি আহিলোঁ,
কি কাম সাধিম মই
বিপুল বিশ্বত
আছিলোঁ ক'তনো কিয়
ভাহিলো সোঁতত।
নিয়তিৰ আৱৰ্তত
ঘূৰিছোঁ সদায়
কোনদিনা পামগৈ
জিৰণিৰ ঠাই।

পাইছো সকলো যেন
নাই পোৱা তেও
কিবা এটি নাই নাই নাই।
নোৱাৰোঁ ফুটাই কব
মুখৰ কথাৰে
প্ৰাণে ভাব বিচাৰি নেপায়।
কোনে বাৰু দিলে তেনে
মানুহৰ আতমাত
বিশ্বগ্ৰাসী অতৃপ্তিৰ ক্ষুধা,
যদি তেওঁ থোৱা নাই
আতমাৰ চিৰশান্তি
পৰশমণিৰ প্ৰেম সুধা।
কোনেনো সদায় মাতে
আকুল উতলা মাতে
কোন দূৰ সুদূৰৰপৰা
যদি তেওঁ থোৱা নাই
বিয়াকুল জীৱনৰ
শান্তিময় সুখৰ নিজৰা!
ভোগতেই মানুহৰ
তৃপিতি পলোৱা হলে
বাসনাও নোৱাৰে থাকিব।
মানুহৰ আতমাৰ
চৰম সমাধি হলে
জীৱন মৰণো নেথাকিব।



মানুহৰ দুচকুৰ
অসীম সৌন্দৰ্য্য তৃষা
সুখ আশা হেঁপাহ বুকৰ
নহয় ই মৰতৰ,
খন্তেকীয়া জীৱনৰ,
সুখ আশা পৰম পদৰ
ৰূপ-তৃষা চিৰ সুন্দৰৰ।

# নাটঘৰ

নলিনীবালা দেৱী

বিফলতা লৈয়ে এই ৰচিলোঁ জীৱন গীতি
সৰি পৰে তুচকুৰ নীৰ
বিশাল বিশ্বত মাথো নয়নৰ লোৰে মোক
উপচিলে সাগৰৰ তীৰ।
জীৱন সপোন স্মৃতি দিঠকৰ মৰীচিকা
ছয়ামযা ছবি সপোনৰ
জীৱনৰ অৱশেষ বিফলতা হা-হুতাহ
জোখ-মাখ আপোন পৰৰ।
কোন মহা শূন্য ভেদি আহিছিলোঁ অকলৈ
তাকে বহি ভাবোঁ মনে মনে
বিশাল বিশ্বত আহি পাতিলোঁ কিহৰ খেল
কিনো পালে মানুহ জীৱনে।
জীৱন নাটৰ ভাও ক'তনো কৰিলোঁ শেষ
কৰি গ'লো কত অভিনয়
কতজনে কতৰূপে জীৱনৰ ভাও দি দি
ভাঙি গ'ল মাথোন হৃদয়।
ভাঙিল জীৱন নাট, পৰি গ'ল যৱনিকা
পুৰতিৰ তৰাও লুকাল



শূন্য আজি নাটঘৰ স্মৃতিৰ শলিতা জ্বালি
বহি বহি ৰাতিটো পুৱাল।
কত দিন কত ৰাতি, কত উৎসৱ গীতি
কত মৰণৰ হাহাকাৰ
ৰূপৰ তুলিকা ধৰি, আঁকো নিতে ছায়াছবি
ফুটি উঠে ৰূপ লীলা তাৰ।
জীৱনৰ ভাও লৈ লাগিছে বেজাৰ আজি
ভুৱা দেখি লাগিছে ভাগৰ
সাগৰ বালিত সাজি ধেমালিৰ বালি ঘৰ
পাহৰিলোঁ ৰূপ সাগৰৰ।
কোন কাৰ জগতৰ কোন কাৰ মৰমৰ
চকুৰ চিনাকি দুদিনৰ ;
সসীমৰ ৰূপ তৃষা, অসীমত বুৰ যাব
থহি গ'লে জৰী মৰমৰ।

## নিয়া তাক তুমি যেন উটাই-বুৰাই

যমুনেশ্বৰী খাটনিয়াৰ

ভৱিষ্যত আশা কৰি
তোমাক হিয়াত ধৰি
আগুৰালে সন্মুখত দেখিও আন্ধাৰ
ভাবিছিলা সুখেভৰা গোটেই সংসাৰ।
চাকিটি নুমাই গ'ল,
পোহৰ নেদেখা হ'ল,
তোমাৰ চাকিটি দিয়া আলো দেখুৱাই—
ব্যথিত পৰাণ জানো ভাগিছিগি যায়।
কিয় তুমি জানি শুনি
মিছা দুখ দিয়া আনি
আহিছে বিচাৰি তেওঁ তোমাৰে সহায়
ঘিণ কৰি তুমি যেন নিদিয়া বিদায়।
সংসাৰ চক্ৰত পৰি
জীৱনৰ লক্ষ্য এৰি
যদিওবা যাব খোজে নিবা আঁতৰাই
তোমাৰ চেনেহী হাত সাদৰে বুলাই।
অদ্ভুত বিধিৰ খেলা
প্ৰকৃতিৰ শত লীলা



তুমিয়ে নিদিলে কোনে দিবহি বুজাই
জানিবৰ নাই দেখোঁ অলপো উপায়।
দুদিনীয়া জীৱনৰ
ক্ষন্তেকীয়া মিলনৰ
আনন্দ পতাকা তুলি দিয়া উৰুৱাই
তোমাৰ সঙ্গতে তেওঁ আহক বেগাই।
ৰংমনে হাঁহি হাঁহি
বাই থ'ক সুখ-বাঁহী
অতীতৰ কথা থক তোমাতে লুকাই
নিয়া তাক তুমি যেন উটাই-বুৰাই।

## মৃত্যুসন্ধ্যা

যমুনেশ্বৰী খাটনিয়াৰ

অস্ত গ'ল দিনমণি পশ্চিমাকাশত
মিলি যায় পোহৰৰ শেষ আলো ৰেখা,
দূৰণিৰ পৰা নামি মলিমা সন্ধিয়া
দিগন্তত বিয়পি ধীৰে দিলে আহি দেখা।
জীৱনৰ ওপৰতো ইদৰে এদিন
লাগিব সন্ধিয়া, হায় ক'পিল হৃদয়ে
নুমাব চকুৰ জ্যোতি বাসনাৰ ঢউ
দাৰুণ মৰণে মোক গ্ৰাসিব নিশ্চয়।
দেখিলোঁ আহিল সন্ধ্যা আন্ধাৰে আবৰি
ঢাকিলে সকলো দৃশ্য চালোঁ চাৰি পিনে,
দেখিলোঁ অসংখ্য তৰা জিলিকি উঠিল
ক'ব পৰা কিয় বাৰু উঠে দিনে দিনে।
এইৰূপে জীৱনৰ সন্ধিয়া কালত
মৃত্যুৰ কোলাত মই কৰিলে শয়ন
দেখিম নতুন কত জ্যোতির্ম্ময় দেশ
যদিও মুদিম মই এই চুয়ন।

## আশা

যমুনেশ্বৰী খাটনিয়াৰ

আশাত মজিছোঁ সকলো সংসাৰ
আশাই পৰম সুখ,
স্বাৰ্থত অন্ধলা গোটেই সংসাৰ
নিৰাশা পৰম দুখ।
সৰলা নলিনী আশাতে দুখিনী
চাই সুধাকৰ লই,
লাজুকী লতায়ো তৰুৰ আশাতে
বাট চাই থাকে গই।
বৰশীৰ পুঙা চাই তৰা লাগোঁ
আশাত বলিয়া হই,
পৰিমল আশে অলি মতলীয়া
থাকে গুণ গুণ কই
(আহা) মনোমোহা ইটি আশাৰ মূৰতি
টিমিকি টিমিকি জ্বলে,
(যেন) বসন্ত কালত মলয় পৱন
আমাল মে'লাই বলে।

আশা-পানী সিঁচি আশৰ পুলিটি
ধৰাব খুজিছোঁ ঠন.
তুমত লেৰেলা কোমল পুলিটি
কৰি লওঁ সচেতন।
আশাত হাঁহিছো আশাত কান্দিছোঁ
আশাতে বলিয়া হেন,
প্ৰাণৰ কৰুণ কোমল ভাবটি
ইয়ো আশাহে যেন।
দয়াময় হৰি মোক ক্ষমা কৰি
দিয়া জ্ঞান হিতাহিত,
সদায় নিৰ্মল পবিত্ৰ আশাহে
কৰো যেন পৃথিৱীত।

## প্ৰতীক্ষা

চন্দ্ৰপ্ৰভা শইকীয়ানী

হেৰালা নে তুমি প্ৰিয়
নিজকে তোমাক
নাপাবানে ঘূৰি আৰু
আহিবৰ পথ ?
নাহিবানে ঘূৰি প্ৰিয়
হৃদি-কুঞ্জ কাননত মোৰ,
বহি আৰু নবজাবা বাঁহী
হলানে দূৰতো দূৰ
সকলো পাহৰি ?
অতীতৰ যত মধু স্মৃতি
পৰিপূৰ্ণ প্ৰেমৰ মূৰতি
গলানে পাহৰি প্ৰিয়,
পেলালানে মচি ?
দিলা,— নিলা ৰিক্ত কৰি,
হলা দূৰ যত পাৰা
প্ৰেমৰ সমাধি কৰি,
ইচ্ছা কৰি জপালা তুৱাৰ !

যোৱা য'ত সুখ পোৱা,
যোৱা দূৰ য'ত পাৰা,
দলিয়াই দিয়া
মোৰ যত স্মৃতি চিন।
নপশে কাণত প্ৰিয়,
নালাগে পশিব,
হৃদয়ৰ তপ্ত ব্যথা মোৰ;
নোটোকো চকুৰ পানী,
নোদোযো তোমাক,
নকৰোঁ আমনি আৰু—
নালাগে আহিব!
হৃদয়-ৰাজ্যত মোৰ
নোৱাৰা হেৰাব।
যোৱা বাৰু, চিঙি ই মিলন গাঁঠি
য'ত পাৰা—দূৰ হোৱা, নকৰো বেজাৰ,
ব্যথিত হৃদয় মোৰ সুখী হ'ব প্ৰতীক্ষাতে
মহামিলনৰ দিন আনিব চপাই,
বজাব মিলন বীণা,
আহিবা সিদিনা তুমি,
যিদিনা বাজিব আহি
মৃত্যু মোৰ দুৱাৰত :—
নোৱাঁৰা সিদিনা আৰু ৰ'ব।

## তুমি

প্ৰতিভা দেৱী

নদী দেখি ভাব হয় তুমি শান্তি দাতা,
শস্য দেখি ভাব হয় তুমি বিশ্বপিতা,
ফুল দেখি ভাব হয় তুমি কি সুন্দৰ,
চন্দ্ৰ দেখি ভাবো তুমি হাঁহিৰ আকৰ।
নভ দেখি ভাব হয় তুমি কি উদাৰ,
মেঘ দেখি ভাব হয় দয়াৰ আধাৰ।
মাতা দেখি ভাব হয় তুমি স্নেহময়,
পিতা দেখি ভাবো তুমি পিতৃৰ আলয়।
নিখিল ভুবন মাজে কত অভিনৱ,
দেখোঁ নিতে নিতে নাই শত ৰূপ ভয়।

## খুদকণ

### আজলীতৰা নেওগ

আমি দহো বাই-ভনী দহোটি মুকুতা-মণি
শোভিছিলো একেধাৰি মালা,
তাৰে তুমি এটি মণি বাইদেউ খুদকণি
কিয় বাৰু ছিগি গুচি গলা ?
উলাহত হিয়া ভৰা আমি যেন থুপিতৰা
তগৰ বা একেটি থোপত ;
কত খেল হ'হামতা কত মেল ভঙাপতা,
কত কথা আমাৰ মাজত ।
পবে নে মনত আৰু ৰঙালী বিহুত বাৰু
খোপাত কপৌ ফুল মৰা,
হাতত জেতুকা লোৱা ধৰ্হংথুৰিটি খোৱা
উলাহত নাচিবাগি ফুৰা ?
পিছত এদিন দেহি হঠাতে অকলে আহি
শুলা তুমি ঢাৰিপাটী লই
জানিছিল বাৰু কোনে হব যে তোমাৰ এনে
সেই শোৱা চিৰকাললই ?



ক'লা নৰিয়াৰ গাৰে—"তোমালোকে লোৱা দৰে
মোলৈকো কাপোৰ থবা নীলা,
ন কই ওলোৱা এই পাতল খাদৰেৰেই
সী লম ময়ো এটি চোলা ।"
আৰু কত হেপাহেৰে সুধিছিলো সেই গাৰে
"ইস্কুলত কাটিলে নে নাম—
ভাল হলে আৰু মই লগৰী লগত গই
পঢ়িবলৈ জানো আৰু পাম ?"
নহয় আশাৰ বাণী যেন বৰষুণ-পানী
নেথাকে সৰহ পৰ ৰই,
ন'বলা সৰহ দিন পৃথিৱীত আয়ু ক্ষীণ
গুচি গলা নিত্যধামলই ।
পিছ দিনা অকস্মাৎ উঠি চাওঁ বিছনাত
খুদকণ থকা নেদেখিলো,
নেপালোঁ বিচাৰি মই আটায়ে কন্দাত গই
দেউতাক কাৰণ সুধিলোঁ ।
কথা শুনি দেউতাই বেজাৰেৰে কলে "আহ !
সকলোৱে কৰিছে বেজাৰ,
গ'ল তেওঁ স্বৰ্গলই আমাক ইয়াতে থই
এৰি এই পাপৰ সংসাৰ ।"
আজিও মনত পৰে দুধাৰি চকুলো সৰে
বাইদেও ! থাকি স্বৰগত
কৰা আশীৰ্বাদ তুমি দুখীয়া মৰ্ত্ত্যত আমি
শান্তি যেন লভো হৃদয়ত ।

## বৰদৈচিলাৰ নাম

আজলীতৰা নেওগ

জাত ঃ— বৰদৈচিলা ! বৰদৈচিলা !
বঙালি বিহুৰে বতৰা দিলা ! ।

ক'ৰপৰা আহিলা কলৈ গুচি যাবা বতাহৰ আগতে উৰি
তোমাৰ কাৰণে জীয়াৰী-বোৱাৰী বাটলৈহে চকুযুৰি ।
তাঁতৰ শালৰ মাকো খিটখিটনি বিহু কাপোৰ ঘৰে ঘৰে,
উলহ মালহ তোমাৰ লগতে, ল'ৰাই নাচোন ধৰে ।
স্বভাৱ ৰূপহী ন সাজ সলালে, কুলিয়ে উৰুলি দিলে,
ৰচকী কেতেকী বিহুৱতী বায়ে ৰূপতে ৰহণ ঢালে ।
যাবাগৈ বাইদেউ বিহু যে খাবগৈ কোনে দিব পিঠা ভাজি ?
অকলে নাখাবা আমাকো বিলাবা, তোমাকো বুলি যাম কাজী ।

## বহাগীৰ বিয়াৰ গীত

আজলীতৰা নেওগ

ই বোলে গাঠিয়ন, বহাগীৰ বিয়া
সি বোলে গাঠিয়ন, বহাগীৰ বিয়া
বহাগী কুঁৱৰীৰ বিয়া, বহাগীৰ বিয়া
কুলি কেতেকীয়ে উৰুলি দিয়া ।

সৰগৰে দৰা, বহাগীৰ বিয়া
বসন্ত আহিছে, বহাগীৰ বিয়া
কুলিয়ে উৰুলি দিয়া বহাগীৰ বিয়া
কুলি কেতেকীয়ে উৰুলি দিয়া ॥

কুঁহি পাতে ফুলে বহাগীৰ বিয়া
বিয়া ঘৰ সজালে, বহাগীৰ বিয়া
আকাশে পাতিলে ৰভা, বহাগীৰ বিয়া
কুলি কেতেকীয়ে উৰুলি দিয়া ॥

আই পৃথিৱীৰে, বহাগীৰ বিয়া
চোতালত বহিলে বহাগীৰ বিয়া
তিনি ভুবন জিনা সভা, বহাগীৰ বিয়া
কুলি কেতেকীয়ে উৰুলি দিয়া ॥

ক'লাকৈ ডাৱৰে,          বহাগীৰ বিয়া
ঢোলত চাপৰ মাৰে,          বহাগীৰ বিয়া
বিজুলী নাচনী নাচে          বহাগীৰ বিয়া
কুলি কেতেকীয়ে উৰুলি দিয়া।

সখী কেতেকীয়ে,          বহাগীৰ বিয়া
নামতীহঁতেৰে,          বহাগীৰ বিয়া
জাত জাত নামকে দিছে          বহাগীৰ বিয়া
কুলি কেতেকীয়ে উৰুলি দিয়া ॥

## ভাৰত তীৰ্থ

দিব্যপ্ৰভা ভৰালী

স্বৰ্গাদপি গৰীয়সী জননী ভাৰত
তুমি ধাত্ৰী, অন্নদাত্ৰী
দেৱী তুমি চিৰ উপাসিতা।

কত যুগ যুগ ধৰি
কত মুনি তাপসৰ
কত যোগী সাধকৰ
হৃদি মন্দিৰত অধিষ্ঠিতা।

অনাদিকালত স্থিতা
চিৰ জাগৃতা
হে মোৰ জনমভূমি
বৈকুণ্ঠ প্ৰাঙ্গণে তুমি
চিৰ পূজ্য ধৰিত্ৰী দুহিতা।

ধন্য যত নৰনাৰী
ধন্য ধন্য পশু-পক্ষী যত
লভিলে যি জন্ম এই
পুণ্যক্ষেত্ৰ ভাৰতবৰ্ষত

ভাৰতৰ মুক্ত বায়ু জল
ভাৰতৰ তরু-তৃণ দল
ভাৰতৰ প্ৰতি ধূলিকণা
অতীত গৌৰৱ সনা
পবিত্ৰ মহান।

কত শত শতাব্দীৰ মহিমামণ্ডিত
কত শত জনমৰ চিৰ আকাঙ্খিত
দেবৰ্ষি বন্দিত পুণ্যস্থান।
সুনীল জলধি জলে
চৰণ ধুৱায়
গিৰিৰাজ হিমালয়ে
বিজয়ৰ ধ্বজা উৰুৱায়—
পুণ্যতোয়া জাহ্নবীয়ে
কলস্বৰে গায় যাৰ অমৰ কাহিনী।

কত যুগ যুগান্তৰ নিবিড় কুহেলী ভেদি
কঁপি উঠা দীপক ৰাগিনী
শত তীৰ্থাধিক সেই
চিৰ গৌৰৱময়ী ভাৰতজননী।

হে মোৰ জনমভূমি
স্বৰ্গতো অধিক তুমি
বাঞ্ছিত মোৰ জন্ম জন্মান্তৰৰ!

সাৰ্থক জনম এই মোৰ
সাৰ্থক জনম কোটি কোটি সন্তানৰ



জনম লভি তোমাৰ কোলাত।
তুমি গৰ্ব, তুমি হৰ্ষ,
তুমি ধ্যান প্ৰাণ,
সৰ্বাৰ্থ সাধিকা দেৱী আৰাধ্যা জননী
বিৰাজিছা বিশ্ববাণী
সবাৰে হিয়াত।

## সপোন

দিব্যপ্ৰভা ভৰালী

কালি সপোনত মই পাইছিলো সাধনাৰ ধন,
বীণাৰ কোমল স্বৰে কইছিলে এবাৰি বচন।
ধীৰে ধীৰে ঢালি দিয়া সুশীতল অমৃত নিজৰা,
কি ভাবৰ আবেশত হৈছিলোঁ আপোন পাহৰা।
আন্ধাৰৰ আঁচলত কি মাধুৰী আছিল লুকাই,
হৃদয়ৰ বীণখনি তুলিছিল নীৰৱে কঁপাই।
ক'ৰ পৰা আহি জানো সোণোৱালী পৰাগৰ গুৰি,
সৌৰভ সঁফুৰা মেলি কেউপিনে ফুৰিছিল উৰি।
কোন দূৰণিৰ মৃদু মলয়াৰ মধুৰ পৰশে,
কৰিছিল পূৰ্ণ মোৰ হিয়াখনি উতলা হৰষে।
চিৰ-বাঞ্ছিত সেই ঢালিছিলে চেনেহ চাৱনি
হৃদয়ত উঠিছিল পুলকৰ কিনো শিহৰণি।
অনুভৱ কৰিছিলোঁ কাৰ যেন বুকুৰ স্পন্দন,
সপোনত পাইছিলোঁ দিঠকত হেৰোৱা ৰতন।

## চিৰ চেনেহী ভাষা জননী

কৃষ্ণপ্ৰিয়া হাজৰিকা

জাতি উপজাতি মিলি
সুশোভিত হৈ আছে
তুমি ভাষা অধিষ্ঠাত্ৰী
সুৰীয়া মাতেৰে সেই
অমিয়া মাধুৰী সুৰ
মুখৰিত হৈ উঠে
দশোদিশ ভাঁহি যায়
একে সুৰে একে লয়ে
শুনি সেই মহাগান
অসমৰ বালিচাঁহী
ভাষা তৃষা উঠে জাগি
আগুৱাই যাওঁ ব'লা

জ্ঞান শতদল ফুলি
ভাৰতৰ মাজে,
অসম মোহিনী মাতৃ
ঐক্যতান বাজে।
বাজিছে বীণাত ঘোৰ
ধ্বনি দিগন্তত,
অসীমত ঠেকা খাই
অনন্ত যুগত।
পুলকিত হয় প্ৰাণ
কীট পতংগৰ,
সাহিত ৰাগিনী লাগি
পথ অনন্তৰ।

চুকে কোণে বেদী পাতি গাঁও আৱাহনী গীতি
ভক্তি ভৰা গীতিছন্দে চেনেহী ভাষাৰ,
চিৰ চেনেহী আই জননীৰ জয় গায়—
শান্তি কামী অসমৰ জন জাগৃতিৰ।
আলফুল সুকোমল অমৰ শ্বহীদ হ'ল

পাঁচজন অসমীয়া বীৰৰ সন্তান
জননীৰ ৰাখি মান অকালতে দিলে প্ৰাণ
দেখুৱালে জগতক আদৰ্শ মহান।
ভাষাই আমাৰ প্ৰাণ, ভাষাই আমাৰ ধ্যান
হব লগা হয় যদি সেই ভাষা ম্লান,
নোৱাৰো থাকিব চাই অসম সন্তান হৈ
ভাষাৰ লগত দিম প্ৰাণ বলি দান।

জয়তু জন্মভূমি,
জয়তু ভাষা জননী।

## পঁজাল

সাবিত্ৰী বৰগোহাঞি

পুৰতি নিশাৰ জয়াল ক্ষণত
আঁউসীৰ তমসাৰ গভীৰতাত
কোন আহে ? কাৰ এই পঁজাল
চেতনাৰ পদূলি চোতাল গৰকি
টুপ্‌ টাপ্‌ জুপুৰ জাপাৰ !!
সেইয়াচোন ধীৰে ধীৰে আহে কাষ চাপি।
বতাহত চিনাকি চিনাকি গোন্ধ॥
উৰা, জন্মৰ অপেক্ষাত উঠুলি-মুঠুলি
সৌৱা উত্তৰ পুৰুষৰ তেজাল ভ্ৰূণ
সিহঁতৰ জ্যোতিষ্মান শক্তিত
শোষিত দলিতৰ মুক্তিৰ গান।
ৰক্তিম আভাৰে বিকশিত ভ্ৰূণ
চাপি আছে, মোৰ চেতনাৰ
পদূলি চোতাল গৰকি।
অতিকে আপোন মোৰ ভয়াল পঁজাল॥
হৃদয়ৰ কাষ চাপি ধীৰে ধীৰে,
চেতনাৰ সংঘাটৰে, পদূলি চোতাল
পানী পঁচা········ ধীৰে ধীৰে
আহে কাষ চাপি ······ ······।

## আই অসম

ফুলেশ্বৰী দত্ত

কালৰ বুকুত উঠিছে নিনাদি
মহাভৈৰৱৰ হুংকাৰ ধ্বনি
মোৰ জননীয়ে চকুলো টুকিছে
যুগৰ নির্মম কিৰালি শুনি।
জননী বক্ষত জ্বলিছে নিতউ
মহাপ্ৰলয়ৰ তাণ্ডৱ জুই,
অদৃশ্য বাণীয়ে সতর্ক কৰিছে
উঠ অসমীয়া নাথাক শুই।
এটি শতিকাৰ হব অৱসান
লাভ লোকচান হিচাব কৰ,
নিজৰ ঘৰতে আলহীৰ দৰে
ভাঙিলিনে বাৰু নিজৰে ঘৰ
জাতি, ধর্ম, ভাষা, সাহিত্য, সংস্কৃতি
সকলো কৰিলি ঐশ্বর্য্যহীন
পাই হেৰুৱাৰ বেদনা প্ৰকাশি
বজায় মাতৃয়ে হৃদয় বীণ।
নতুন যুগৰ নতুন পুৰুষ



নতুন ডেকা-গাভৰুৰ দল,
মাতৃ পূজালৈ ওলাই আহিছে
বান্ধিছে বুকুত অজেয় বল।
পিছ পৰি আৰু নাযাবি পাছলৈ
পৰৰ মুখলৈ আশৰে চাই,
সন্মুখত আছে বিশাল কৰম
নতুন উলাহে যা আগুৱাই।
ইতিহাসতেই গৌৰৱ নাৰাখি
অতীত ভেটিত ভৱিষ্য গঢ়ি,
ৰঙেৰে ৰঞ্জিতা গৌৰৱ মণ্ডিতা
সজা জননীক ৰূপহী কৰি।
ক্ষমতা লোভীৰ ক্ষমতা লিপ্সা
হিংসা দ্বেষৰ হক অৱসান,
জননী পূজাৰ বেদীত সন্তানে
গক সমস্বৰে বন্দনা গান।
দেশেই জীৱন দেশেই ঐশ্বর্য্য
দেশ সেৱা হক জীৱন ব্ৰত,
জননী পূজা আৰতিৰ মন্ত্ৰ
মুখেদি নিসৃত হক অবিৰত।
যুগে যুগে নাৰী ঘৰৰ লখিমী
যুগজয়ী খ্যাত অসমৰ নাৰী,
ঐতিহ্য ৰক্ষাৰ সংকল্পৰ সতে
মাতৃ পূজালৈ যায় আগবাঢ়ি।
স্থূলাঙ্গী জননী কৃশাঙ্গী হলেও
মুখত মধুৰ হাঁহিটি লই,

নিজ সন্তানক দিব আশীৰ্বাদ
বিঘিনি নেওচি জয়ী হবলই।
শঙ্কৰ মাধৱে আশীষ যাচিব
লাচিতে যাচিব আত্মাৰ বল,
মূলা-ৰমণী দেশাত্মবোধেও
আত্ম আহুতিৰ বোৱাব ঢল।
দেশৰ জাতিৰ মহান গৌৰৱ
সতী জয়ায়ো আশীস দানি,
সোঁৱৰাই দিব সুপ্ত জনতাক
চিন্তা নায়কৰ মহান বাণী।
আজি জননীৰ সংকট কালত
জাতি ধৰ্ম ভেদ পাহৰি গই,
অবোধ সন্তানে প্ৰতিজ্ঞা কৰক
মাতৃৰ চকুলো মচিবলই।
মণিও অমৰ সহস্ৰ সন্তানে
সৰগৰ পৰা আশীস দানি,
সুপ্ত গৌৰৱ উদ্ধাৰিবলৈ
শুনাব নিতউ আশাৰ বাণী।
নৰনাৰায়ণ পূজাৰ দেৱতা
দৰিদ্ৰ নাৰায়ণ ঈশ্বৰ হ'ক,
প্ৰতি জনৰেই হিয়াৰ মাজত
পৱিত্ৰ ফল্গু এস্পুঁতি বক।
অন্যায় অনীতি অসত্য দুৰ্নীতি
দূৰ কৰা হক জীৱন ব্ৰত,
হিংসা দ্বেষ আদি অসূয়া প্ৰবৃত্তি



জীৱনৰ পৰা ৰক দূৰত।
মানুহে মানুহে প্ৰীতিৰ বান্ধোনে
ধৰাতে সৰগ ৰচনা কৰি,
নিৰুপমা মোৰ অসম জননী
ওলাওক বিশ্বত নৱৰূপ ধৰি।
সভ্যতা সংস্কৃতি কলা-কৃষ্টি
সকলো মোৰ জননীৰ দান,
বীৰৰ জননী বীৰ প্ৰসবিনী
কতনো উদাৰ মাতৃ প্ৰাণ।
প্ৰকৃতি দেৱীৰ লীলা নিকেতন
বৰনৈয়ে পাৰ পথালি যায়,
সুজলা সুফলা শস্য শ্যামলা
ৰূপে অপৰূপা অসমী আই।
এনে হেন আইয়ে চকুলো টুকিছে
হুমুনিয়াবোৰ কাঢ়িছে ঘনে,
সন্তানে নাচাই মাতৃৰ মুখলৈ
তাকেই শুনিছে আপোন মনে।
আহা জননী অমৃত সন্তান
হাতত পূজাৰ অঞ্জলি লই,
যাওঁ আগবাঢ়ি মাতৃ মন্দিৰলৈ
মাতৃৰ চকুলো মচিবলই।
শেঁতা পৰা ওঁঠ উজলি উঠক
মাতৃভক্তি দেখি সুপ্ত সন্তানৰ,
ইতিহাস ৰচা মাতৃৰ বুকুত
গৌৰৱৰ ধ্বজা উৰক পুনৰ।

## মুক্তি

ফাতেমা খাতুন

পৃথিবী সৃষ্টি যিজনে কৰিলে, আমাকো সিজনে গঢ়া ;
আমিনো কিয় হ'ম বঞ্চিত মুক্তিৰ ৰত্নৰ পৰা ?
দশোদিশ আমি কঁপাই তুলিম, জ্বলাম বিদ্রোহানল ;
নাৰীৰ স্বত্ব ঘূৰাই আনিম, নালাগে যুদ্ধ সম্বল।
নহওঁ ক্ষুদ্র, নহওঁ তুচ্ছ, নহওঁ শক্তিহীনা ;
সৃজনকর্তাৰ সৃষ্টিত আমি নহওঁ পৰাধীনা,
মুক্তি আমাৰ জীৱন-জেউতি, মুক্তি আমাৰ প্রাণ ;
মুকলিমূৰীয়া সৃষ্টি গঢ়োতাৰ মুক্তি মহৎ দান।

## বন্তি যদি মহাসূৰ্য্য হয়

হিৰণ্যময়া দেৱী

জগত জ্যোতির্ময় উজ্জ্বল ভাস্কৰ
ৰশ্মিৰেখাৰে অঁকা, জীৱন প্রান্তৰ
যুগে যুগে আহ্বান, মহাজীৱনৰ
বন্ধ প্রাচীৰ ভাঙি আহা নাৰীদল
জনগণ জাগৰিত সাজে সমদল।
প্রাচীন নবীন যুগৰ সন্মিলিত স্বৰ
মহাশক্তি জাগৃত বিশাল বিশ্বৰ
জয় যাত্রা পথ সন্মুখে সুন্দৰ
অভিযান—শক্তি সৌন্দর্য্যৰ
অৱদান - মাতৃ জীৱনৰ
অৱসান—বৃথা-বন্ধনৰ
নৱগান—কৰ্ম আনন্দৰ।
কাক দেখো, মহাগ্রন্থৰ শ্রদ্ধা ৰচনাৰে ?
জনক নন্দিনী সীতা ? তাগেৰে কৰিলা দেৱী
সৃষ্টি ৰামায়ণ
ৰামৰাজ্য নির্মাণত উছৰ্গি জীৱন
কোন ? কোন সেইয়া—ইতিহাসৰ পৃষ্ঠাত ?

বুদ্ধপত্নী যশোধৰা?
অশ্ৰুধাৰা স্বামী বিৰহৰ
অমৃত অপত্য স্নেহৰ
তপস্যাৰ উজ্জ্বল অগ্নিৰে সাধনাৰ অশ্ৰু প্ৰৱাহেৰে
উজলালা মহাদীপ মহাজগতৰ
বিশ্বৰ মহামুক্তি দীপ্তি ভাৰতৰ
কত? কত বাজে ৰুণুজুনু নেপুৰৰ ধ্বনি?
শোণিতপুৰত? তুমিয়েন চিত্ৰলেখা
নৃত্য গীতে বিশাৰদা
অসম নন্দিনী?
চিত্ৰলেখা, শিল্পী তুমি প্ৰাচীন যুগৰ
চিত্ৰলেখা, বেউলা এই অসমৰ
গৰ্জিছে ইতিহাসত প্ৰচণ্ড সংগ্ৰাম
বিদ্যুৎ বহ্নি প্ৰায় অস্ত্ৰ চালনা
অবিৰাম সংগ্ৰাম মুক্তি কামনা
ৰাণী লক্ষ্মীবাই মূলা বীৰাঙ্গনা
দুৰ্গাৱতী আৰু কত সমৰ নিপুণা
অস্ত্ৰেৰে ৰক্তেৰে বুৰঞ্জী বৰ্ণনা।



যুদ্ধ অহিংসা প্ৰেমৰ
কল্যাণ জন-জীৱনৰ
জয়মতীয়ে দিলে তিলে তিলে প্ৰাণ
তথাপি নিদিলে তেওঁ স্বামীৰ সন্ধান।
স্বাধীনতা যুদ্ধ, অহিংসাৰ পথে
কনকলতা, ভোগেশ্বৰী কতনো শ্বহীদে
ত্ৰিবৰ্ণ পতাকা লৈ দিলে প্ৰাণদান
জয়ী হ'ল ভাৰতৰ মুক্তি সংগ্ৰাম।
আকাশৰ অসীম মৰম পৃথিৱীৰ ফুলৰ সুৰভি
তুলসী তলৰ বন্তি, গৃহ উজলায়
প্ৰখৰ মহাসূৰ্য্য বিশ্বত জ্বলায়
সাহিত্য সংস্কৃতি শিক্ষা ৰাজনীতিৰে
বিজ্ঞান, কাৰিকৰী, শিল্প চেতনাৰে
নৃত্য-গীত অভিনয়, সেৱা মমতাৰে
সুন্দৰ কৰিছে পৃথিৱী।

জনজীৱনসহ প্ৰগতি পথত
কত শত নাৰী আহে নতুন বেশত
বহুদেশ, বহুৰাষ্ট্ৰ, বহু দায়িত্বৰ
সমন্বয়ৰ সফলতা, দৃঢ় নেতৃত্বৰ
মহাকাশচাৰী নাৰী সৌৰ জগতৰ
হিমালয় শৃঙ্গজয়ী, দুৰ্গম পথৰ
কৰ্ম আৰু আনন্দৰ বিপ্লৱ-প্লাৱন
সত্য, শান্তি, অহিংসাৰে বিজয়ী জীৱন।

বিশ্ব জীৱনত জ্বলে বিদ্রোহৰ শিখা
কল্যাণ কামনাৰে স্নেহমায়া লিখা
স্ত্ৰী শক্তি জাগৰণ জনহিতকৰ
জীৱন বিপন্ন কৰা ধ্বংস ভেজালৰ
দুৰ্নীতি, মূল্যবৃদ্ধি, মাদকদ্ৰব্যৰ
প্ৰতিবাদ, ভদ্ৰহীন মাতৃ পষ্টাৰৰ
গৃহ-মন্দিৰৰ দীপশিখা জ্বলি জ্বলি যেতিয়া
মহাসূৰ্য্য হয়

অন্ধকাৰ দুৱাৰ খুলি
মহাবিশ্ব কৰে দীপ্তিময়।

## চিলা

ফানোৱাৰা বেগম

ফাগুনৰ উতলা পৱন
বান্ধিব নোৱাৰি মন
উৰি গ'লো মুকলি আকাশলৈ
হাতৰ মুঠিৰ লেটাই চিলা কৰি দিলে গৰাকীয়ে
যিমানেই উৰি মই গলো ওপৰলৈ
সিমানেই মন মোৰ হ'ল মতলীয়া—
ছিঙিল লেটাইৰ জৰী—
সীমাহীন বিশাল আকাশ—
হলো দিশহাৰা
অসহনী হ'ল মোৰ
বতাহৰ ঘাত-প্ৰতিঘাত
ঘূৰ্ণীপাকত পৰি
পৰিলোহি পাতল বায়ুত
আহিলো তললৈ খহি
ওলমি ৰলোহি আহি
জৰাজীৰ্ণ হৈ এই গছৰ ডালত।

# মুক্তি

কমলিনী বৰবৰা

দূৰণিলৈ থাকে চাই সঁজাৰ পখীটি
পিঞ্জৰাত অৱৰোধ নোৱাৰে উৰিব
ভাবে মাথো উৰণীয়া পখীলৈ চাই
পাৰিমনে মই বাৰু মুক্ত হৈ যাব ?
পাখি মেলি উৰে পখী নীল আকাশত
নহয় অধীন কাৰো নাই কোনো ভয়
অব্যক্ত ভাষাৰে মাতে পিঞ্জৰা-পখীক
"আহিবানে তুমি মোৰ লগৰীয়া হৈ" ?
বৃথা অনুৰোধ হায় নাই সমিধান
কাঢ়ে মাথো হুমুনিয়া এয়েনে বিচাৰ
নিষ্ঠুৰ মানৱৰ নাই কোনো যে বিচাৰ
গৰ্বৰ ইঙ্গিত মাথো নিজ ক্ষমতাৰ ।

# এটি সৰু ল'ৰা

উমা বৰুৱা

এটি সৰু ল'ৰা
পৰি আছে আলিৰ দাঁতিত
কান্দিছে সেই আলিটোৰ মূৰতে
সেই জাবৰ জোঠৰৰ স্তূপৰ কাষত
তাৰ মাক পৰি আছে কাষতে
শেঁতা ক্ষীণ হাত দুখনে
বুকুখন সাৱটি ধৰি
তাই জানো টোপনিতে লালকাল ?
আহিছে গৈছে জন সমুদ্ৰ
আলিৰ পাৰত
সেইজনী ধুনীয়া গাভৰু
হয়তোবা কোনোবা কলেজৰ ছাত্ৰী
তাইযে আজি গৌৰৱান্বিতা
আজি যৌৱনৰ শিখৰ চূড়াত
ডেকা ল'ৰাজাকে জুম পাতি চায়
তাইৰেই সৌন্দৰ্য্য ৰাজি ।
সৰু ল'ৰাটি

কিয় সি একেদৰে চাইছে চাৰিও দিশ ?
কল্পনা-ৰাজ্যত পৃথিৱীখন
আছিল তাৰ অতি বিতোপন
আৰু তাৰ মাতৃ
আছিল এগৰাকী মমতাময়ী
লাস্যময়ী সৌন্দৰ্য্যৰাশি।
নহয়, নহয়,
একেবাৰে সম্পূৰ্ণ মিছা কথা—
তাৰ মাতৃ,
এতিয়াও নিদ্ৰাতে মগ্ন নেকি ?
সি মূৰটো বুকুত গোজা মাৰি
বিচাৰে এটুপি দুগ্ধ
শুকান স্তন যুগলত।
এখন গাড়ী যায় দ্ৰুত গতিত
খন্তেক ৰয় ল'ৰাটিৰ কাষতে
পৰিপূৰ্ণ পৃথিবীৰ ভ্ৰমণকাৰীৰ দলকে
কান্ধত ওলোমাই ৰঙীণ
মুভী কেমেৰাৰাজি
আহ! কি সুন্দৰ ছবি।
ভাৰতৰ বুভুক্ষাৰ
দৰিদ্ৰতাৰ চৰম দৃশ্যাৱলী।
অপৰূপ উপহাৰ
উভতি ঘৰলৈ নিব।
এতিয়া সৰু শিশুটিৰ লগত
আৰু এটি সমনীয়াৰ মিলন



এটি সৰু ক'লা কুকুৰ
তাৰেই দৰে সন্ধানহীন
আৰু তাৰ মাতৃ ?
তাই জানো এতিয়াও
নিদ্ৰাতে মগ্ন
নে বাৰু আবদ্ধ
মৰণৰ চিৰ আলিঙ্গনত!

## প্ৰত্যাহ্বান

নীলিমা দত্ত

সময়ৰ প্ৰত্যাহ্বান এয়া
যাৰ বাবে
ঘোপমৰা অন্ধকাৰ নিশা
আকাশত ডাৱৰে ডাৱৰে
বিজুলীয়ে জনালে প্ৰণাম
অগ্নি বাণেৰে ;
যাৰ বাবে আই মই
দিলোঁ বলিদান প্ৰস্ফুটিত জীৱন-যৌৱন
মোৰ অকুণ্ঠিত প্ৰাণ
ৰক্ত স্নানেৰে,
মহাযজ্ঞৰ শিখা জ্বলে অনিৰ্বাণ
যুগৰ কালিমা চোৱা শোধনৰ হকে।
জ্বলক, জ্বলিব দিয়া একুৰা
প্ৰাণৰ জুই, নুনুমাবা—
নুনুমাবা, সাদৰী আই তোমাৰ
চকুৰ পানীৰে।
অদৃশ্য হাতেৰে মই
লিখি আছোঁ সেউজীয়া ছুবৰিত বহি
বিধাতাৰ সতে কথা পাতি
জীৱনৰ জয় গান, মৃত্যুৰ বঙা
আখৰেৰে।

## আজিৰ কবিতা

নীলিমা দত্ত

হে সুনয়না,
নাসানিবা অঞ্জন আৰু চকুৰ পতাত
প্ৰকাশৰ নালাগে ব্যঞ্জনা,
নিপিন্ধিবা শুৱনি মণি,
কণ্ঠহাৰ মুকুতাৰ, বাখৰ খতোৱা
কেঁক, জোনবিৰি, সাতসৰী,
সাজপাৰ মেজাঙ্কৰী পিন্ধি
ৰচিব নালাগে আৰু চিত্ৰ কল্পনাৰ
নিজকে আৱদ্ধ কৰা মায়াজাল মকৰাৰ
বুদ্ধিৰ সূতাৰে ৰহস্য ছলনা।
মাথোঁ, কথা কোৱা,
গান গোৱা প্ৰহৰে প্ৰহৰে
বান্ধি সাকো হৃদয়ে হৃদয়ে
দুখ দৈন্য বেদনাত উদ্দীপনা হৈ
প্ৰাণে প্ৰাণে প্ৰেৰণাৰে
হোৱা এটি জীৱন চেতনা।

## বন্দীশাল

সৌজন্যময়ী ভট্টাচাৰ্য্য

বন্দিনী মই।
বিশ্ব কাৰাগাৰৰ বন্দিনী মই।
কি দোষত ? কি অপৰাধত, নপৰে মনত ;
মাথো জানো বন্দিনী মই ॥
শিলৰ আন্ধাৰ কোঠাত অকলশৰে
মুক্তিৰ বাবে কান্দো বাবে বাৰে।
কৰো কৰাঘাট, কোন আছা বুলি
লোহাৰ দুৱাৰ বন্ধ কিয় ? দিয়া খুলি।
কোন আছা খুলি দিয়া দুৱাৰ,
যাওঁ মই পোহৰলৈ লাগিছে ভাগৰ।
উস্ কিয় মোৰ শিকলিৰে বান্ধিলা ভৰি
কিহৰ বাবে ৰাখিছা আজুৰি ;
মেলোঁ মেলোঁ, খোলোঁ খোলোঁ হে'বা দুৱৰী
কাৰৌ কৰিছো মোক এৰি দিয়া, পৰিছো ভাগৰি।
প্ৰভু, তোমাৰ বন্দীশাল, ইমান কঠোৰ।
তোমাৰ বিচাৰ ইমান নিৰ্দয় !
মোৰ অপৰাধ কি প্ৰভু ইমান বেছি
খুলিয়ে নিদিয়া দুৱাৰ ধৰিছা চেঁচি।

## সন্তান

হিৰন্ময়ী দেৱী

তোৰ চকুৰ নীলাত
মোৰ সুখৰ সূৰ্য্য জ্বলে,
তোৰ ওঁঠৰ হাঁহিত
মোৰ সপোন শেৱালি ফুলে,
তোৰ দুখৰ ডাৱৰ ফালি
বজ্ৰ-বিজুলীয়ে বুকু দেই পুৰি মাৰে ;
পাহৰিলোঁ কোনদিনা
মৃদু এক ভ্ৰূণ কম্পনত
মোৰ সত্বা ভাঙি খহি তোতে লীন হ'ল।

## উপলব্ধি

হিৰন্ময়ী দেৱী

তুমি দিয়া কাঁহটৰ মালাধাৰ খুলি থওঁ
বুকুৰ আঁজোৰবোৰ বা-বতাহ লাগি শুকাওক
দুখেইতো মোৰ সৰ্বস্ব নহয়।
বন্ধ দুৱাৰ-খিড়িকীবোৰ খুলি দিব পৰা হলে।
বেলি লহিয়াবলৈ সৰহ পৰ নাই
মনৰ এন্ধাৰ চুকত
এচেৰেঙা আবেলিৰ ৰ'দ কিজানিবা জিল্‌মিলায়।

## স্বাগত

শুচিব্ৰতা ৰায়চৌধুৰী

সূৰ্য্যোদয়ৰ লগে লগে
পৃথিৱীৰ হৃদয় প্ৰসাৰিত হ'ল
বিস্তীৰ্ণ এক ৰঙা দলিছাৰ দৰে
যেন আহ্বানৰত এক ব্যাকুল প্ৰতীক্ষা
ভাস্কৰ এক যৌৱনৰ পদক্ষেপৰ বাবে।
কালৰ টোকৰ গণি কুঁৱলী গলিল
যেন মিঠা মিঠা হাঁহিৰ মুকুতা সৰিল
শ্ৰাৱনৰ সাতসৰী হৈ
মনৰ আকাশৰ কোনোবা চুকত
জমা হোৱা এন্ধাৰৰ আলকাতাৰাবোৰে
যেন মধ্যাহ্নৰ তাপত টোপাটোপে
হ'ল হীৰামণি
এক সম্ৰাটৰ স্বাগত দুৱাৰগুৰি হৈ।

# আকৃতি

শুচিব্ৰতা ৰায়চৌধুৰী

মোৰ জানো কিবা ৰং আছে
কিবা বিস্তৃতি বা ৰূপ ?
মন যায়
তোমাৰ সত্বাত বিয়পি পৰো তীব্ৰ
বিদ্যুতৰ দৰে
বেদনা অন্ধকাৰত উদ্ভাসিত কৰোঁ যেন
প্ৰাণ পথ !
নিশ্চিন্ত মৃত্যুৰ দৰে স্থবিৰ এক
হাতৰ স্পৰ্শত
নিদ্ৰাতুৰ এবং জৰাৰ দৰে
স্নায়ুবোৰ যেন অৱশ অৱশ !
মন যায়
যেন গলিত এক লাভাৰ দৰে
যন্ত্ৰনাৰ জন্ম দিওঁ তোমাৰ শিৰা
উপশিৰাত
উৰ্দ্ধমুখী এক চেতনাক
কৰোঁ



সূৰ্য্যস্নাত জায়া হিমালয়।
মন যায়,
তোমাৰ বিবৰ্ণবেশ আজুৰি পেলাওঁ
ফাগুনৰ শিমলুডাংৰ দৰে ৰঞ্জিত কৰোঁ
নাইবা
সোণাৰুৰ সোণমণি থোপাথোপে আৰি দিওঁ
কৃষ্ণচূড়াৰ স্তৱকেৰে সতে।
মাথো ৰং
মাথো ৰঙেৰে ভৰাম যেন
তোমাৰ শৰীৰ
মন
আৰু
হৃদয়ৰ বিশাল কুঠৰি।
মন যায়, বৰ মন যায়।
আৰু
মই যদি একোকে নহওঁ
তুমি বাৰু নোহোৱা কিয়
ব্ৰহ্মা
মোৰ সৃষ্টিকৰ।

## অন্ধকাৰ

নিৰ্মলপ্ৰভা বৰদলৈ

মই মোক বহুদিন লগ পোৱা নাই
দিনে দিনে বাঢ়ি যায় পথৰ দূৰত্ব
কতনা যোজন, হাজাৰ হাজাৰ যেন---

এনে লাগে যেন
স্তৰ
স্তৰ
স্তৰৰ
পাছত
মই
অন্ধকাৰ আগ্নেয় গৰ্ভত

অষ্টাঙ্গ মাটিত পাৰি
জুমি জুমি চাওঁ
একোকে নেদেখো
নিৰন্ধ্ৰ এন্ধাৰ !

কেৱল জানো যে মই ইয়াতেই
এইখিনিতেই এদিন আছিলোঁ—
এইবোৰ শিল, বালি, বাঘচকা ফুটুকাৰ ফুলে
মেলাহিকে ছাটি থোৱা বনৰ মাজত।

## মৰ্মান্তিক

নিৰ্মলপ্ৰভা বৰদলৈ

তেওঁক মই যোৱাগৈ দেখিছিলোঁ
বেলি লহিওৱাৰ পৰত
পথাৰৰ বঁকিয়াইদি।

মূৰত জাপি
কান্ধত মেটমৰা ছটা ডাঙৰিৰ
জিৰিক্ জিৰিক্ মাত।

তেওঁৰ পাচে পাচেই গ'লগৈ—
আঘোণৰ সোণবৰণীয়া ৰ'দ,
খেৰৰ চুবুৰীটো, বাঁহ বননিৰ
কেঁচা আলিটো
আৰু গান গোৱা চৰাইজাক।

গৈ আছিল আৰু গ'লগৈ।

কোনে জানে
তেওঁ আৰু
এই জন্মত
উভটি আহিবনে নাহে !!

## প্ৰথম প্ৰহৰ

নিৰ্মলপ্ৰভা বৰদলৈ

দৈবাৎ লগ পাওঁ
তেওঁক

যেতিয়াই লগ পাওঁ
হাতত হাত থৈ জনাওঁ
মূৰ দোঁৱাই জনাওঁ
শুভইচ্ছা
"জয়ী হোৱা"

মই লগ পাওঁ
তেওঁক
কাচিৎ, কেতিয়াবা
তেওঁ চকু মেলিলেই
বতাহ সেউজীয়া হয়
নিথৰ নদীলৈ আহে
প্ৰাণ
আকাশত হয়
শুক্লা প্ৰতিপদ



লগ পাওঁ তেওঁক কেতিয়াবা
শামুক ভাঙি ওলাই অহা
মুক্তাৰ দৰে তেওঁ যেতিয়া
থিয় হয়
মোৰ
মুখামুখি হৈ

মোক ক্ষুদ্ৰকায় কৰি
মোৰ মাজৰ
বিৰাট মানুহজন

## সময়

লক্ষহীৰা দাস

তেজৰ তলৰ খৰিকাজাঁই
গৰকি যায়
প্ৰতিদিনে ধুমুহাই
সদ্যজাত দিন
গছকি যায়
সময়ৰ জুইলগা কাঁড়বোৰে
অমল শস্যৰ দেহ
চুপহি মেলা চাৰেঙ্গীৰ সুগন্ধি শুভ্ৰতা।

কোনে মোক আনি দিব
মই যি হেৰুৱালো
বুকুত চয়ন কৰিছো যি অগ্নিশিখা
ঢাকি দিব কোনে?

গভীৰ দুখত ফাটি ছিৰাছিৰ
পয়োভৰা ৰ'দ
বৈদেশিক বতাহৰ বৃষ্টিহীন ষড়যন্ত্ৰ
দিশে দিশে আদিম অৰাতি।



শুনিম যে কাহানিবা
আকাঙ্ক্ষিত আবেলিৰ ছিফুঙৰ জীয়াসুৰ
মৃতলতা শাখিনী হোৱাৰ ধ্ৰুব মুহূৰ্তত···

দেখা জানো পাম
ৰাশি ৰাশি শস্য শোভা
ফল পুষ্ট শাখাই শাখাই
মানুহৰ চিৰন্তন প্ৰদীপ্ত শপত
নতুন মাটিত পোখা মেলা
প্ৰত্যয় প্ৰত্যাশা আৰু
প্ৰতিশ্ৰুতি

## নিজস্ব

লক্ষহীৰা দাস

বুকুত হাত থৈ
নিজকে বিচাৰো
ক'ত আছে সেই
অনিবাৰ্য প্ৰাকৃতিক
বীজ

সেই ঘ্ৰাণ সেই শব্দ
স্পৰ্শ আৰু
নদীৰ কল্লোল।

ডোখৰ ডোখৰ কৈ
ভাঙি ভাঙি যাওঁ
কিম্ভূত শিলৰ সুখ।
এয়াতো নহয়
এয়াতো নহয় মোৰ
একান্ত নিজস্ব ঘৰ।

উলংগ সঁজাত এয়া
মৃত জোনাকীৰ খোজ
পৰি আছে
পাখিৰ সুবাস
আছে ক্ষয়, ক্ষতি, দাহ।
বিধবা দিনৰ গাত
সময়ৰ নিৰ্দয় বিলাস !!

## সিংহদুৱাৰ

লক্ষহীৰা দাস

প্ৰত্যেকৰে বুকুত আছে দেশ আৰু মাতৃৰ ছবি
মানৱতা আৰু স্বাধীনতাৰ অতল হাবিয়াস
আকাশৰ দৰে সহজ
সাগৰৰ দৰে বিশাল।

প্ৰত্যেকৰে বুকুত
অস্তিত্বৰ বিশুদ্ধ গোলাপ
আশাৰ উৎফুল্ল শাখা
আছে বজ্ৰৰ সতে ধুমুহাৰ সতে
যুঁজাৰ অদম্য সাহস প্ৰত্যেকৰে।

তথাপি আমাৰ অহা-যোৱা পথ
হ'ল আজি তেজেৰে সেমেকা
প্ৰতি প্ৰত্যুষৰ ভ্ৰষ্ট মুহূৰ্ততই আনে কঢ়িয়াই
পশু-পক্ষী বনস্পতিৰ সকাতৰ চিৎকাৰ
দৈনিক কাকতে গান্ধী লুথাৰৰ হত্যাৰ সংবাদ।

এপদ এপদকৈ সকলো হেৰুৱাই
বিপন্ন স্বদেশ

অথৈজলত ডুব যায় ইপ্সিত শস্য
গৰ্জি উঠে বিক্ষুব্ধ মানুহ দিশে-দিশে
ৰক্ততকৈও গভীৰ অশ্ৰুৰ নদীত
ভাঁহি থাকে তথাপিতো সোণবৰণীয়া জ্যোতি
এক অব্যৰ্থ সুৰৰ লহৰ
"তোৰে মোৰে আলোকৰে যাত্ৰা" গণকণ্ঠত
অপৰাজেয় সেই সুৰে সিঁচি যায়
সূৰ্য্যৰ সোণালী বসন্ত
শৰীৰৰ শিৰাই শিৰাই
অলেখ প্ৰাণৰ নিষ্পাপ মাটিত জিলিকি উঠে
নতুন যীশু
হয়তোবা এতিয়াই শেষ হব কালৰাত্ৰি
হয়তোবা এতিয়াই খুলি যাব
অনায়াসে সিংহদুৱাৰ
অমৃতৰ প্ৰজ্ঞানৰ শুভ ভবিষ্যৰ।

## আইৰ পূজা

হেমলতা বৰা

মানুহৰ ৰঙা শোণিতেৰে
আইৰ চৰণ দুখনি
ৰাঙলী কিয়নো কৰা?

আয়েতো নিবিচাৰে
কামনাও নকৰে
মানুহৰ ৰঙা-তপত শোণিতেৰে
কলুষিত কৰিবলৈ
চৰণ দুখনি।

আইৰ কোলাতেই
আমি ৰচোঁ সৰগৰ ইন্দ্ৰপুৰী।
সুখ শান্তি ঐশ্বৰ্য্য গৰিমাৰে
আই অসমীৰ মুখত
বিৰিঙাব পাৰো আমি
গৌৰৱৰ উজ্জ্বল হাঁহি।
আহাঁ—আগবাঢ়ি আহাঁ—সকলোৰে
একতাৰ চেনেহৰ বান্ধোনেৰে
আইৰ পবিত্ৰ চৰণ দুখনি
পুৰা ফুলা সুগন্ধি ফুলৰে
আঁজলি আঁজলিকৈ
ভৰাই তুলি
আইৰ মুখত ফুটাম এক
অপূৰ্ব হাঁহি॥

# বিষাদ বিলাস

আলিমুন্নিছা পিয়াৰ

এই নির্জনতা
এই নিঃসঙ্গতা,
এই নৈঃশব্দ
এই বিপন্নতা
এতিয়া এয়েই অহঙ্কাৰ ॥
তেতিয়া আছিল
এপাট অস্ত্ৰ
অমোঘ, অব্যৰ্থ
যাৰ লক্ষ্য
শত হৃদয় বিদীৰ্ণ কৰি
শৰ হৈ
ফুল হৈ
ভুল হৈ
জুৰি হৈ
জান হৈ
নৈ হৈ
গৈছিল বৈ।



এতিয়া
তৰা হৈ
সুৰ হৈ
সুধা হৈ
মিলি গ'ল
বুকুত কালৰ ॥
এতিয়া
অতীত আছে শুই
বর্তমানৰ গর্ভত
বর্তমান আছে আঁউজি
ভবিষ্যতৰ গর্ভত
...... সময় যেন সগৰ্ভা মাতৃ
সময়ৰ চকুত
সগৰ্ভা মাতৃৰ
আশা, উৎকণ্ঠা
নে অহঙ্কাৰ ;

# জাৰ-জহ

আলিমুন্নিছা পিয়াৰ

কপাহৰ পাজি কাটো আহ
মুগাৰ মহুৰা ফুৰাবিনে ?
দূৰতে ৰলিনো কিয় ?
আহ কাষ চাপি
পদূলিমুখোযে নিকা
তাতে বাৰু বহ।
মোৰ আয়ে-তাঁত বাতি কৰোঁতে
সূতা উজানিবি
দুখমনে গুণ্ গুণ্
আৰু নিবিনাবি।
জাৰ লাগে যদি বাৰু
জুহালতে ৰহিবি
বহি বহি মন গলে
মোৱা আলু পুৰিবি।
বগৰী 'বহুত' গছে
কতযে মৰম যাচে
সেই কথা মনে মনে



কবলৈকে আছে।
কেতেকী বহণ আনি
জেতুকাৰ বোল সানি
বহমথুৰিৰে ওঁঠ বোলাবি
কেতিয়া ?
এতিয়া বোৱাৰ পৰ
এতিয়া দোৱাব পৰ
ভৰপক খেতিদিন
বহাৰ সময় নাই
শিলথালে যায় জীন
শাওনৰ পথাৰত
পিঠি পুৰি
ভূঁই ৰুম বহ।
অসমীৰ সোণ মাটি
পথাৰত সোণগুটি
তোৰ মোৰ নাই জাৰ-জহ!!

## প্ৰেম

প্ৰবীণা শইকীয়া

পাঁজৰৰ পদুম দলত উপজিয়ে
প্ৰেম এটি আলফুল শিশু

তায়ো যে বৰ্দ্ধিষ্ণু!
তাই যে কোমল
তাই যে কঠিন
তায়ো যে ক্ষয়িষ্ণু!

কৌমাৰ, যৌৱন, দিগ্বিজয়,
বুকুত সামৰি পৰাজয়
পাঁজৰৰ পদুম দলত তাই
কৰিছেহি মৃত্যু প্ৰাৰ্থনাই।

হ'ব পাৰে মোৰ প্ৰেম মৃত্যু
তাইৰ আত্মাৰ মৰণ নাই।

## ৰণ

প্ৰবীণা শইকীয়া

তোমালোকৰ হাতী-ঘোঁৰাবোৰ,
ক'লা বগা নিচানবোৰ, নাওবোৰ,
ৰজা-মন্ত্ৰীবোৰ, ভাগৰুৱা সেনাবোৰ
বোকাৰ ঘূলিটোৰ মাজলৈ
দল্‌দোপকৈ সোমাই যাব
তেজবোৰ চেকুৰা বান্ধি
পলসুৱা হৈ থাকে মানে
বুকুবোৰ।

তেজবোৰ গোট মাৰি
শিল হয় মানে
তোমালোকৰ হাতী ঘোঁৰাবোৰ
ৰজা-মন্ত্ৰীবোৰ, সেনাবোৰ
গোটমাৰি গুটি হ'ব
দিগন্ত বিয়পা পশ্চাদপটত
তেজগোৰা দবাৰ ছকত
চকা পাটত বহে মানে
ৰঙচুৱা হৈ থাকে মানে
ডাৱৰবোৰ।

শিলীভূত হাতী ঘোঁৰাবোৰ
ৰজা-মন্ত্ৰীবোৰ, সেনাবোৰ,
বিধ্বস্ত হাবি নগৰবোৰ, নাওবোৰ
নিমৰ্ম নিচানবোৰ
এলানি চলমান যুক্তি হব
নিৰ্জল হৈ নীতিবোৰ থাকে মানে—
আমি হৈ থাকো মানে
আমিবোৰ।

## এন্ধাৰতো পথ ভাঙি যায়

সত্যপ্ৰভা দাস

মোৰ কণ্ঠত এটি গীত দিয়া
জোনাকীৰ দৰে যি
পোহৰ বিলাই
এন্ধাৰতো পথ ভাঙি যায়॥

মোৰ কণ্ঠত এটি গীত দিয়া—
যাৰ সুৰীয়া হাতে
বুটলি আনে
হেজাৰজনৰ বাবে
পূৰ্ণিমা ৰাতি
দুখৰ পোচাক সলাই
এন্ধাৰতো পথ ভাঙি যায়—

মোৰ কণ্ঠত এটি গীত দিয়া—
যি দুহাত তুলি
অন্যায় ভাঙি
তীৰ্থ পাতে
মানুহৰ হিয়াই হিয়াই

শান্তি শুভৰ
মন্ত্র গাই গাই
এগচি চাকি দিয়ে জ্বলাই।
ফুৰিছো বিচাৰি এখন মুখ
যাৰ হুচকুত জ্বলে
নতুন দিনৰ সুগন্ধ
য'ত বিশ্বাস ফুল হৈ ফুলে॥

সমাহিত শুভ্ৰ আলোকত
যাৰ বুকু সাহস গভীৰ
ধুমুহাৰ গতিতো যাৰ
দীপ্ত খোজ নিৰ্বিকাৰ

তেজত বিজুলী নাচে॥
যাৰ অন্তৰ গভীৰ
মানুহৰ ক্রন্দন ধ্বনিত
হৃদয়ত ফুলাই ফুল
শতজনৰ মঙ্গলৰ

সেই কালহীন
এখনি মুখ মই
বিচাৰি ফুৰিছো॥

## অভিজ্ঞ

সান্ত্বনা বৰুৱা

জীৱনৰ শুদ্ধপথ বাছোঁতে বাছোঁতে এদিন
সময় নেওচা দিলোঁ।
গতিৰ ভুলবোৰ বাতোঁতে বাতোঁতে শেহত
বাটৰ মোৰ হেৰুৱালোঁ।
চিনাকি আদৰ বহুতো উপেক্ষি
নজনা কোনো পৰম প্রার্থনা লৈ আগবাঢ়ি গলোঁ।

আগবাঢ়িয়েই আছিলোঁ।

আজিৰ বিয়লিৰ আন্ধাৰ বাটত
অস্থিৰ খোজ পেলাই
শুদ্ধ-অশুদ্ধক একাকাৰ কৰি
বাট-অবাটৰ চিন হেৰুৱাই
ত্রিশঙ্কুৰ বিন্দুত উপনীত হৈছোঁ।

উত্থানৰ আৰু আশঙ্কা নাই
অৱতাৰণৰ শঙ্কা নাই;
বর্তমানৰ স্থিৰ বিন্দুত আশ্রয় লৈ
বিচৰা আৰু পোৱাৰ হিচাব নিঃশেষ কৰি
মন মাথো আজি নিশ্চিন্ত, নির্ভয়॥

## বাট এৰি দিয়া

অঞ্জলি বৰুৱা

সমুখত সুনীলিম
শান্তি পাৰাবাৰ।

অলস, অথৰ্ব কোনো
অহা নাই আগবাঢ়ি
বাঢ়নি পানী দৰে
আগবাঢ়ি আহি আছে নদী।
বাট এৰি দিয়া
পাৰ হৈ অনেক সংশয়
আহি আছে স্ৰোতস্বিনী নদী।

তপঃ ক্লিষ্ট ৰুক্ষ কপালত
সানি দিব চন্দনৰ শীতল প্ৰলেপ।

বাট চাই আছে ৰই
সুদূৰত আত্মহাৰা বিশাল সাগৰ
আইৰ কোলাৰ দৰে শান্ত
সুবিমল।

## হৃদয়ে হৃদয়ে বন্দৰ

চিত্ৰলতা ফুকন

টুকুৰা টুকুৰ হৈ—
আকাশখন ভাগি পৰিছে
সামান্য আঘাতত ভাগি পৰা
থুনুকা কাচৰ দৰে
খেজুৰ পাতৰ ধাৰত
জোনাকবোৰ ওলমি আছে
বিষণ্ণ উপলব্ধিৰে—
... ...

এতিয়া হৃদয়ে, হৃদয়ে
চৰ বালিচৰ,
এতিয়া হৃদয়ে, হৃদয়ে
বন্দৰ
আসন্ন প্ৰসৱা মাতৃৰ দৰে
সময় এতিয়া
যন্ত্ৰণাত থৰ।

## ৰূপৰ ৰহণ

গীতা হাতীকাকতী

হেমন্তৰ কুঁৱলী আঁতৰাই
পোহৰৰ সোণালী হাঁহিত এজাক নতুন বতাহ।
দুগালত গোলাপী ৰং দেখি
মন যায়চোন এপলক চাই ৰবলই
মোৰ আইৰ ৰূপৰ ৰহণ।

## সুদৰ্শন চক্ৰ

এলি আহমেদ

প্ৰয়োজনীয়তাৰ
সীমাৰ সীপাৰে
মোৰ স্বস্তিৰ নিশ্বাস
এপাহ ফুল
বৈ আছে
তোমালৈ

অপ্ৰয়োজনীয়তাৰ ঠাল-ঠেঙুলিবোৰ কাটি
তুমি যেতিয়া ভাগৰি পৰিবা
মাথো তুমি
এবাৰ
ফুলপাহলৈ চাবা

প্ৰয়োজনীয়তা ৰক্ষাৰ বাবে
মই কৰা এই অক্ষয় সংগ্ৰাম
তোমাৰ সংগ্ৰামতকৈয়ো যে
অধিক কঠিন
সেই কথা ফুলপাহ দেখিলে
তুমি
নিজেই বুজিবা।

## হাঁহি আৰু চকুলো

এলি আহমেদ

হাতত একাজলি ফুল যেতিয়া থাকে
পাতৰ কথা কোনেনো ভাবে?
হৃদয়ত যেতিয়া হুমুনিয়াহ থাকে
কাৰ ওঁঠে বাৰু হাঁহিব পাৰে?
থূপ খাই যেতিয়া তোমাৰ চকুলো
হৃদয়তে ওলমি থাকে
হাঁহিলেও তুমি ভাবিব লাগে
কিজানি চকুলো অজানিতে সৰে।
তথাপিও তুমি হাঁহিব লাগে
হাঁহিবোৰ সদায় আনৰ বাবে।

## কবচ

ফুল বৰা

এইখন তাঁতৰ শাল কেতিয়াবাৰে
আইতাই জুটিয়ে জুটিয়ে কাপোৰ বৈছিল ;
মায়ে বৈছিল
ময়ো এজুটি তৰি লৈছিলো।
ব তুলি ফুমাকোমান মাৰিছিলো
ক'ৰবাৰ পৰা শালিকী এজনী আহি
সূতা একোছা ছিঙি থৈ গ'ল,
মই খেদি গ'লো।
কাষৰ গছজোপাৰ পৰা
কেইবাটাও শালিকা ওলাই আহিল—
তাইৰে পো-জী হ'ব পায়।
সিহঁতে বাঁহ বান্ধিছে ; নাযায়।
সূতা কেইডাল ময়ো জোৰাই ল'ম
কবচ কাপোৰখন বৈ-কাটি উলিয়াবই লাগিব।

## বিশ্বৰূপা

তোষ প্ৰভা কলিতা

মই নাৰী চিৰন্তনী
সৃষ্টিৰ আশিস বাণী
অমৃত বিলাওঁ মই তৃষ্ণাতুৰ অশান্ত বিশ্বত
অনন্ত আকাশ মুখী
অযুত স্বপ্নই মোৰ
ৰূপ পায় নিতে নিতে কত শত বিচিত্ৰ ছন্দত।

হাজাৰ বছৰ ধৰি মহাভাৰতৰ মই
আৰ্য্য নাৰী মহা মহীয়সী ;
সৰ্বশাস্ত্ৰ পাৰদৰ্শী সৰ্বসন্মানিতা মই
বিদুষী মহিষী।

মই বেদশ্লোক-ৰচয়িত্ৰী
ঋষিৰো উপাস্যা মই মন্ত্ৰৰ গায়ত্ৰী ;
মই ৰমা, মই ক্ষমা
পৰমা প্ৰকৃতি মই সহিষ্ণু ধৰিত্ৰী।
সীতা-সাবিত্ৰীৰ



আৰু কত সাধ্বী ৰমণীৰ
সুমহান জীৱনৰ লেখা আছে অজস্ৰ কাহিনী।
কত মনীষীৰ শত সৃষ্টিৰ স্বপ্নক
প্ৰাণৰ প্ৰতিষ্ঠা কৰি বিচিত্ৰ আবেগ সানি
কৰিলোঁ সাৰ্থক।

ৰাজকন্যা সংঘমিত্ৰা মই,
'বহুজন সুখায় চ বহুজন হিতায় চ' এই ব্ৰত লৈ,
ত্যাগ কৰি ৰাজকীয় বিলাস ব্যসন,
কামনা-বাসনা এৰি,
খুলি থৈ মহামূল্য ৰাজ আভৰণ
ললোঁ পিন্ধি ভিক্ষুণীৰ বেশ,
মুণ্ডিত কৰিলোঁ মই
ৰমণীৰ কমনীয় কেশ ;
মানৱ মুক্তিৰ হেতু দেশান্তৰ গমনতো
দিলোঁ পদক্ষেপ।

ৰাজপুত নাৰী হৈ মৃত্যুক কৰিলোঁ জয় ;
ৰাজসিক বিলাসৰ ষোড়শোপচাৰে গঢ়া
আলসুৱা দেশৰ মমতা
অনায়াসে কৰি পৰিত্যাগ,
শত্ৰুক অবাক কৰি
জঁাপ দিলো জ্বলন্ত চিতাত।
সৃষ্টিৰ সাঁথৰ মই,
মূৰ্তিমতী ময়েই বিস্ময় ;

মোক লৈ যুগে যুগে আৱৰ্তিত হয়
পৃথিৱীৰ ইতিহাস ধাৰা,
মোৰেই কাৰণে হয় কত কত ভঙা-গঢ়া।
আদি নাই, অন্ত নাই মোৰ ক্ষমতাৰ,
মাভৈঃ বাণীৰে দূৰ কৰোঁ ত্ৰাস ;
দশ প্ৰহৰণ লৈ
দুৰ্গতিনাশিনী দুৰ্গা মই,
সৃষ্টিৰ প্ৰলয়ৰূপী মহিষাসুৰক ময়ে
কৰিছোঁ বিনাশ।
মোৰেই মাজত নই বিৰাটৰ পাইছোঁ সন্ধান।
সত্য মই, শিৱ মই, সুন্দৰৰো প্ৰাণ।
কঠিনে কোমলে মিলি
চিৰন্তনী নাৰী অপৰূপা ;
মই মাতৃ, মই ধাত্ৰী, সনাতনী আদ্যা শক্তি
মই বিশ্বৰূপা।

## নতুন নাৰী

নিৰঞ্জনা ভুঞা

আঁহা—
ধ্বনি দিলেই
উতলি উঠে অন্তৰ
গৈ থাকিলেই পোহৰৰ বাট
সময় উকলি
মনৰ পৰিধি হ'লহি মুকলি
নতুন সাজোন কাচোনে আনিছে
প্ৰাপ্তিৰ সংবাদ।
পুৰুষ প্ৰকৃতি
অমৃত পিয়াসী
একেই অমৃতৰ সন্তান
আঁহা আমি গাঁও একেটি মঞ্চত
জীৱন গঢ়াৰ গান।
তিতি থকা মানে
গালৈকে গধূৰ
ফটা কঠাখন আঁতৰাই থোৱা

এতিয়াতো আমি প্ৰজ্বলিত শিখা
উজলি উঠাৰ পাল,
ভাগ্য-বিধাতাৰ
মিছা গণনাৰ
ভাঙি দিয়া মোহ জাল।

নিৰ্লজ অশ্লীল দেহ ভঙ্গিমাৰ
পোছাক সলনি কৰা
নতুন নাৰীৰ বিজয়ী খোজেৰে
সকলো ওলাই আহা

ওলাব লাগিব
সন্মুখত আমাৰ
বিস্ফোৰিত ইস্তাহাৰ
সময়ৰ শৰ
মাৰিব লাগিব
আত্ম-প্ৰতিষ্ঠাৰ।

## মোক নুবুলিবা লাঞ্ছিতা

মনোমতী গগৈ

মোক কোনোবাই পিন্ধালেও
কলঙ্কী অলংকাৰ
মই জানো সঁচাই লাঞ্ছিতা?
মিঠা শব্দৰ জালেৰে
অৰ্দ্ধনগ্ন পৃষ্টাৰত
আৱদ্ধ কৰি
জুমুঠিৰ জুইত মোক
নোৱাৰা জ্বলাব।
আন্ধাৰত সতীত্বক কাঢ়ি নি
নিকৰুণ বেদনা জাপি দি
ক্ষত বিক্ষত কৰিলেও হৃদয়
হাঁহি মুখে সিঁচি দিম
উদ্দীপ্ত অমল জ্যোতি
যিহেতু
আলোক সত্তাৰ অধিকাৰী মই নাৰী।
হতাশাৰ নিৰাশাৰ
শুনিলেও মৰ্মভেদী স্বৰ

বিচলিত নহওঁ কদাপি
ভৰিৰ তলত মোৰ
অটল পৃথিৱী।
প্ৰাণতকৈও অধিক প্ৰিয়
মোৰ দেশ, মোৰ জাতি
মোৰ প্ৰিয়জন।
মোৰ দেশৰ বাবেই
কাঁইটেৰে বিদ্ধ হৈ
শত ছটিয়াওঁ
কোলাৰ ফুল
মোৰ দেশ, মোৰ আইৰ
পূজাৰ বেদীত।
সমাজৰ কঠোৰ বান্ধোনেৰে
বন্ধ ফ্ৰেমত

চকুলোবোৰ শোণিতৰ ধাৰে
বোৱাই দি
ধাৰ দিলো হৃদয়খন
কযটি শিলত
বজ্ৰকণ্ঠৰ অধিকাৰী মই মাতৃ
মোক নুবুলিবা লাঞ্ছিতা।
কলিজা দুফাল কৰি
বাগৰি গলেও ধুমুহা জাক
সূৰ্য্যক জানো ঢাকি ৰাখিব পাৰে ?
মোক নুবুলিবা লাঞ্ছিতা



মই নাৰী যুগে যুগে মহিয়সী।
মই তোমালোকৰ বাবেই
বাৰে বাৰে কৰিছো অৰ্পণ
জননীৰ চৰণ-বেদীত
জৰায়ুত বোজা বোৱা
তেজ, জীয়া তেজ।

# জীৱন নদীৰ গান

নদী শৰ্মা

জীৱন নদীৰ পাৰে পাৰে ফুলা
অযুত আশাৰ ফুল,
তাৰ সুৰভিতে মই মুগ্ধ,
মইতো নাজানো হায়,
কস্তুৰি মৃগৰ দৰে
মোৰ জীৱনতো আছে
মাদকতা ভৰা সেই মদিৰ সুৰভি ।

কোন কাহানিতে
হেৰুৱালোঁ,
বাহুলি-সঁচাৰ কাঠি,
স্মৃতিৰ চন্দুক আজি বন্ধ,
কোনে আহি খুলি দিব,
হৃদয়ৰ ৰুদ্ধ দুৱাৰ,
ক'ত পাম

তাহানিতে এৰি অহা
সোণালী অতীত মোৰ
মায়াবী অতীত সুবাসে ভৰা,
শৈশৱৰ, কৈশোৰৰ, যৌৱনৰ,
প্ৰথম দিনৰ ।



জীৱন নদীৰ পাৰত ফুলা
বন বিৰিখৰ গাত
অলিখিত বহু ইতিহাস
চতিয়না ফুলৰ মায়াত
মোৰ এৰি অহা দিনবোৰে
মোক ৰিঙিয়াই,
মই নিৰুপায় !

বাহুলি-সঁচাৰ কাঠি
ক'ত যে হেৰাল,
নীড়হাৰা পখীটিৰ দৰে
এতিয়া সময় মোৰ
মাথো প্ৰতীক্ষাৰ !

ক্লান্ত পাখিত মাথো বৈ গ'ল
ধূসৰ ধুঁৱলি চাপ,
বয়সৰ, সময়ৰ, অতীত দিনৰ ।
মনৰ ঐশ্বৰ্য্য চাই
কোনোদিনা কোনেও নকলে :

আহা বন্ধু
আ'ম দুয়ো পৃথিৱীক
হৃদয়ৰ সুৰেৰে সজাওঁ ।

# ভ্ৰম

ভাৰতী বৰুৱা

ভগা হিয়াখন লৈ মই বিচনাত।
এতিয়াও বাকী আছে ৰাতিটোৰ এটা প্ৰহৰ !
জোনাকে জুৰোৱা নাই বুকু—
ছাটিফুটি যন্ত্ৰণা কাতৰ।
—মই সাৰে আছোঁ
পৰি আছোঁ বিচনাত ;
—জানোচা তেওঁ দিয়েহি মাত।
মন ভাল লগা
হিয়া জুৰ পৰা
কয়েই জানোচা এটা দুটা কথা
অকমান অভিমান :
গায়েই কিজানি শিহৰণ সনা
পুৰণা দিনৰ আধা পাহৰা
মন উতলোৱা গান !
মোৰ ব্যথিত হিয়াৰ পিয়লা ভৰা দুখ
ল'বওতো পাৰে সমানে ভগাই—
—মই শোৱা নাই।



এনেতে দেখিলো খিৰিকিত মোৰ
কাৰোবাৰ চিকুণ ছায়া—
কোন হ'ব পাৰে মাজৰাতিখন
নে, জোনাকৰ মায়া ?
সপোন নে সচিত ভাবি থাকোঁতেই
সোণৰ শুনিলো মাত—
মোৰ, বিচনাত থকা ৰুগীয়া দেহাটি
খানিক পৰিলে শাঁত ;
—খোলাছোঁ দুৱাৰ খোলা—
কেওফালে এই জোনাকৰ যাদু
এতিয়াই কেনেকৈ গুলা ?
খোলাছোঁ দুৱাৰ, খোলা এটিবাৰ
তোমাৰ দুখৰ দিয়াছোঁ মোকো ভাগ—

খিৰিকিখন দিওঁতেই মেলি
দেখিলো জোনাকত ঠেও ধৰি খেলি
মোকে জোকাই, খিৰিকি কঁপাই
জুমি জুমি থকা—সেইটি গুলচ আগ।

## গতিৰ ধ্বনি

মিলি ৰাজবংশী

নিৰ্জন নিশাৰ প্ৰতিটো প্ৰহৰ ফালি
সমুদ্ৰৰ গভীৰলৈ বৈ যোৱা জোনটোৰ দৰে
ক্ৰমশঃ বাগৰি যায়
মোৰ হাতখন,
ডুব যায় ক্ষণিকতে তেজৰ নদীত।
সমস্ত দেহৰ ভৰ দুহাতৰ খোপনিত থৈ
তৰপে তৰপে উদঙাই চাওঁ
বেঙেনা বুলীয়া টোপালবোৰ।
এইকণ হাড়ৰ সঁজাত
অতদিনে ধপলিয়াই থকা
তেজোদ্দীপ্ত—অদমনীয় ৰণুৱা ঘোঁৰাটো
ক'ত পাওঁ ?
এইয়াইতো—আছিল তাৰ
সাহস আৰু দুঃসাহসৰ খতিয়ান
লিপিবদ্ধ কৰিবৰ বাবে
শক্তি আৰু বীৰ্য্যৰ কযটিত।



তেনে আকৌ নুশুনো কিয়
অলপ আগৰ সেই আস্তাবল
ভাঙো ভাঙো কৰা
প্ৰচণ্ড বেগৰ ধ্বনি ?
শেষ নিশাৰ বিবৰ্ণ প্ৰহৰে ঢাকি ৰখা
নিঃসঙ্গ জোনৰ বুকু সেয়েহে আজুৰি চাওঁ
শুভদিনৰ হিৰন্ময় মুহূৰ্তবোৰ
কিজানি বিচাৰি পাওঁ।

## সুন্দৰ পুৱাৰ অপেক্ষাত

বিবিদেৱী বৰবৰুৱা

কিযে এক গভীৰ দুখে
হাহাকাৰ কৰে
বিষণ্ণ সন্ধ্যা আহে সংগোপনে
শ্যামলী ছায়াই আবৰা দূৰৰ গাঁৱৰ দৰে
ইয়াত সান্ধ্য প্ৰদীপ নজ্বলে
তুলসীৰ তলে তলে।
বিয়লী আকাশ মাথো
বৰণীয়া হয় নিববে।
কিযে এক গভীৰ দুখে আৰ্তনাদ কৰে
খিৰিকী খুলিলেই স্নিগ্ধ জোনাক
কাণ পাতিলেই শুনো কেতেকীৰ মাত
দূৰলৈ চালেই দেখো ৰমক জমক
ফুলৰ মেলা
ইয়াত বন্ধ বতাহ।
কিযে এক ভয়ত
জিকাৰি উঠে গা
খিৰিকী খুলিলেই দেখো



আকাশত জোন
নিৰ্মল আকাশ
বন্ধ কোঠাৰ গুপগুপনিত
ছাটিফুটি কৰে গা।
দুৱাৰ খুলিলেই মুকলি বতাহ
কিযে সুবাস মলয়া বতাহত
চকু জাপ খাই আবেশত
দুখৰ নিশাৰ কদৰ্য্য আন্ধাৰ আঁতৰি যা
নিশা বৈ আছে সুন্দৰ পুৱাৰ প্ৰতীক্ষাত।
বন্ধ বতাহ ওলাই যা
এলান্ধু ধূলি নিকা কৰিছোঁ
নিশা বৈ আছে উজ্বল পুৱাৰ অপেক্ষাত।
কিযে এক অনুভূতিয়ে
শিহৰণ তো'লে
দোকমোকালিৰ নীৰৱতাত॥

## অন্য এক উপত্যকা

কুঞ্জ মেধি

সহস্ৰ বৰ্শাফলক গঁথা আছে
বুকুৰ ভিতৰত
ক্ষত দেহ বিক্ষত হৃদয়
প্ৰতিচ্ছবি আঁকা থাকে শিমলুৰ বুকুত
আৰু পলাশ বনত;
যাৰ পৰাগ সানি
উৰি যায় মেঘৰ বহগ
অস্ত আকাশ জ্বলা
দিগন্তৰ পিনে
যাৰ পৰশ লাগি
ডেই থাকে বুকুৰ পাঁজৰ।

তথাপিও স্বপ্ন আছে
ন-কুঁহি বৰণীয়া
অন্য এক উপত্যকাৰ
য'ত ৰোপণ হয় গোপন বসন্ত
বৈ যায় অথৰী বতাহ
সুপ্তিমগ্ন সোণালী চিৰিত
অলি গলি হেৰোৱা গভীৰ বননিত



ছায়া পথ থামি
যোৱা আৰণ্য নদীত
য'ত উমলি ফুৰে ক্লান্তি ভঙা
নিশাৰ নিৰ্য্যাস
যাযাবৰৰ কণ্ঠৰ কলৰব।

স্বপ্ন আছে
সেই এলেকাৰ
নিৰবধি বৈ যোৱা
উমাল জুৰিত
তিয়াই দুহাত
সেকিবলৈ পোৱা যাব তাত
ঠেৰেঙা পুহৰ শীত উকঙা সময়।
তাম্বৰীণৰ সুৰে সুৰে উপচি পৰিব
ছন্দহীন ছন্দৰ মালিকা
বৰ্ণহীন বিষাদী ক্ষণৰ।

## ভয়

সুমতি ডেকা

সন্দেহ হয়,
আছেনে এতিয়াও বহল এখনি বাগিছা
কোনোবা চুকত
ফুলৰ সুগন্ধৰে ভৰা ?
এতিয়াতো পৃথিবীৰ দুৰাৰোগ্য অসুখ
ৰৌদ্ৰতপ্ত দুপৰীয়া
সিৰাই সিৰাই বৈ আছে
ভোগমুখী মানুহৰ ভোগৰ নিজৰা !
পশ্চিমৰ বতাহে
বাৰে বাৰে উৰুৱাই নিয়ে
পূৰৱ কোঠালীৰ সোণৰ সঁফুৰা ;
ঘৰৰ ভিতৰত ঘৰখনি যে আছে
তাতো যেন দেখোঁ
সজাই থোৱা বিগ্ৰহৰ
ভাঙি যোৱা টুকুৰা ।
ক'ত ওমলাম শিশুহঁতক
কি সাধু কম !
কাজলতকৈ ক'লা য'ত দিনৰ পোহৰ
ফুলাম কিদৰে তাত
সুখৰ কুসুম ?

## সোণালী শস্যৰ মাজলৈ

গায়ত্ৰী সেন

শীতৰ পলসে পুতি যোৱা গছৰ
শুকান পাতৰ সাৰত
পুৱাৰ নতুন সূৰুযৰ প্ৰতিশ্ৰুতিৰে পূৰ্ণ
কুঁহিপাতৰ মেলা। যেন এজাক শিশুৰ হাঁহি !

ডাল-পাত বাগৰি সময়বোৰ
সৰীসৃপৰ দৰে পাৰ হৈ যায়, মাথো
এৰি যায় তৰপে তৰপে মহ-ৰঙা পলসুৱা বোকা
আৰু মিলি যায় মাটিৰ সমান।

আমাৰ সংগোপনেই আমি আঁতৰি যাওঁ
বগুৱা বাই আগবঢ়া কোনো এক নদীৰ মোহনা মুখলৈ।
শুকান পাত যেনেকৈ মিলি যায় মাটিৰ লগত।

আমাৰ কপালৰ বিন্দু বিন্দুকৈ ওলাই অহা ঘামৰ টোপালত
ৰোৱতি মাটিৰ একাঠুৱা বোকাৰ গন্ধ
আৰু চোঁৱা, শ্ৰমৰ সাঁচকটা হাতৰ মুঠিত সোণালী শস্যৰ
গৰ্ভৱতী ৰূপ। যেন নদীৰ বুকুলৈ দো খাই পৰা
বিৰিন্দা বিপিন !

ভালকৈ চোঁৱা—
নাঙলৰ সীৰলুৱেদি পলস সোমাই যায়
তললৈ আৰু তললৈ—

শস্যৰ শিপাই খামুচি ধৰে
ওপৰলৈ আৰু ওপৰলৈ

এতিয়া আহা—
আমি সোমাই যাওঁ সোণালী শস্যৰ
মাজলৈ আৰু মাজলৈ।

## গভীৰতাৰ শিপামূল

সবিতা কোঞ্চৰ

এনেকৈয়ে ৰচি যোৱা হয় কবিতাৰ
স্বৰলিপি
হৃদয়ৰো হৃদয়ৰ উচ্ছল বাৰিধিত
জীৱনবোধৰ অমল স্ৰোতত
যেনেকৈ গভীৰতাৰ
শিপামূলে
খামুচি ধৰে তলৰ মাটিখিনি। তাত
থাকে
জনে-জনে আদৰিব বিংবা দৰদী
কবিৰ উত্তালভৰা উল্লাস। সম্ভাৱনাময়
ক্ষণৰ গোপন
ইস্তাহাৰৰ নিগূঢ়তম হেঁপাহ।
এনেদৰে ৰূপ দিছোঁ বুকুৰ আম্ঠুটোক।
এনেদৰে সাৱটি ধৰিছোঁ
সদ্যজাত শিশুটোক॥

## আজন্ম মোৰ বুকুত

মাধুৰী কলিতা চৌধুৰী

আজন্ম মোৰ বুকুত
খামুচি আছে এই কেইটা শব্দই
যি শব্দ অব্যক্ত,
নামহীন।
মাথো মোৰ কলিজাৰ স্পন্দনত
ইহঁতৰ স্থিতি।
কেতিয়ানো ইহঁতে লগায় জুই
বিৰিণা বনত
তাৰ বা'ত কঁপেযে কহুৱা
মইতো নাজানো!
বিস্ফোৰিত শব্দবোৰে
কেতিয়ানো চুই যায় ৰাজপথ
উত্তপ্ত লাভাৰে
ঠেকা খাই পাহাৰ চূড়াত
প্ৰতিধ্বনি তোলে
মইতো নাজানো!
মই মাথো স্বস্তিৰ নিশাহ লওঁ
ইহঁতৰপৰা মুক্ত হ'লো বুলি।
হঠাতে অনুভৱ হয়
ইহঁত আছে
মোৰ বুকুত খামুচি আছে
অহা-যোৱা কৰি আছে
ছন্দোময় উত্তাল গতিৰে।

## দুঃসময়

মনোৰমা বৰগোহাঞি

আশা, আবেগ, অনুৰাগ—
এই কোমল কোমল শব্দবোৰ
যি এদিন সূৰ্য কিৰণত উদ্ভাসিত হৈ
মন-অটবী কৰিছিল পল্লৱিত—
—আজি জঁয় পৰি গ'ল

ৰণুৱা ঘোঁৰাৰ দৰে লৰৰি ফুৰিছোঁ আজি
তীখাৰ দৰে কঠিন কৰিছোঁ বুকুখন ;

কিয়নো—আশা, আবেগ, অনুৰাগৰ
কোমল পৰশত কুমলি উঠা বক্ষ
নিৰ্দয় শানিত অস্ত্ৰৰ আঘাতত আজি
ক্ষতবিক্ষত

তুমি মোক ভুল নুবুজিবা—
যদি ফালি দেখুৱাব পাৰো বুকুখন
দেখিবা—



ভিতৰত কৰু কৰু কৈ জ্বলি আছে
সেই জুইকুৰা
( ক্ষুদ্ৰ স্বাৰ্থ ত্যাগি বৃহত্তৰ স্বাৰ্থত
কান্দিব শিকা—তুমিও )
মোৰ প্ৰাণৰ গভীৰতালৈ
সোমাই যোৱা……

অম্লানভাৱে জ্বলি আছে
নীৰৱে, পবিত্ৰতাৰে

আমিযে জ্বলাইছিলো
সেই বন্তিগছি

তোমাৰ আৰু মোৰ
নীৰৱ প্ৰেমৰ ॥

## আশ্রয়

লীলাৱতী বৰা শইকীয়া

সকলো অথলে গ'ল
অন্তহীন অগাধ বিশ্বাস

ঢাক খালে কুঁৱলীত
কামাখ্যাৰ সোণৰ কলচী
হাউলিল লাইখুঁটা
কীৰ্ত্তন-ঘৰৰ

বাঁহৰ লেহুকা ঘৰ
থৰক বৰক হ'ল
বতাহত উৰি গ'ল
ঘৰৰ মূধচ

মই এতিয়া ক'ত মূৰ থওঁ
তেজে ধোৱা
দুখিলা কোমল কুঁহিপাতত!!

## এইদৰেই নিৰ্জনতাৰ মাজত

শ্বৰীফা খাতুন চৌধুৰী

এইদৰেই নিৰ্জনতাৰ মাজত শুনো শব্দৰ কোলাহল
হতাহত হয় বুকুৰ মাজৰ মানুহ—দুচকুৰে নিগৰি আহে
তেজ আৰু চকুলোৰ নৈ—
তুলসী তলৰ চাকিৰ পোহৰত নতুবা মাঝাৰৰ ধূপৰ
সুৰভিৰ নদীয়েদি উজাই আহে
সান্ত্বনা আৰু সহাৰ পালতৰা নাও
বুকুৰ মাজত অহৰহ প্ৰতিধ্বনি হয় "চৰৈবেতি ! চৰৈবেতি !"
এইদৰেই নিৰ্জনতাৰ মাজত শুনো আশাৰ কান্দোন
খিলখিলাই হাঁহে ৰজা-মহাৰজাৰ দাম্ভিকতাত আৰু
হিংস্ৰ দুচকুৰে—তেজীমলা ফুল হৈ ফুলে—
তথাপিও নতুন দিনৰ মানুহৰ চকু আৰু ওঁঠৰ মাজেৰে
বৈ আহে সেউজীয়া দিনৰ সুৰভি—
বুকুৰ মাজত অহৰহ প্ৰতিধ্বনি হয় 'চৰৈবেতি ! চৰৈবেতি" !
এইদৰেই নিৰ্জনতাৰ মাজত শুনো আইৰ বুকুৰ হাহাকাৰ
পানী নাই, নদী নাই, ছায়া নাই—পিয়াহত সন্তানৰ শুকাব কণ্ঠ
আহাৰৰ ওলমা আকাশ, লহপহীয়া পথাৰ
আৰু পাহোৱাল ডেকাৰ কলাফুলৰ ভাজত জিলিকি উঠে
সুখ আৰু সমৃদ্ধিৰ তেজাল মুখ
বুকুৰ মাজত অহৰহ প্ৰতিধ্বনি হয় "চৰৈবেতি ! চৰৈবেতি !"

## আত্মছবি

করবী ডেকা হাজৰিকা

আচলতে
মই ইয়াত নাই
এই যে গান গাওঁ
কথা পাতো
ঘঁাহ গছকি খোজ কাঢ়ো
পুৰা-গধূলি
সেইবোৰ মাথোন অভ্যাসৰ ছবি

মই য'ত থাকো
তালৈ সাতোটা ক'লাপাহাৰৰ
মাজেৰে
তিনিজনী বিষালি নিজৰাৰ
বুকু গছকি বাট
কজলা শিলৰ সিংহাসনত
বহি
তাতে মই জিলিৰ মাত শুনো
( অসম্ভৱ হলেও সঁচা যে
এতিয়াও মই জীৱিতা নাৰীৰ
দৰেই
উশাহ লওঁ )
আৰু চকুত সানো
গলি পৰা গধূলি

## স্ৰোতস্বিনী

করবী ডেকা হাজৰিকা

এই যে নৈখন
তাইৰ বুকুৰে পাৰ হোৱা
অলেখ নাৱৰ শুকুলা পাল
তাত কঁপনি তোলা বতাহ
বতাহত ভাঁহি অহা
দূৰ অৰণ্যৰ কস্তুৰি ঘ্ৰাণ—
এই আটাইবোৰৰ সান্নিধ্যত
মোৰ প্ৰতিটো প্ৰহৰেই
সুখৰ এটোপাল অশ্ৰুৰ দৰে
ৰমণীয় হৈ পৰে—
যেতিয়া সিহঁতৰে কোনোটোৰ লগত
আবিষ্কৃত হয়
মোৰ নিৰাবৰণ সাদৃশ্য

## সময়ৰ কবিতা

ৰাজু বৰুৱা

অহোৰাত্ৰ
সেই একে—একে মাত
বুকুৰ গভীৰৰ
মুকুতি কামনাৰ
তেজাল ভাৱনাৰ
সি এক অপূৰ্ব
বৈচিত্ৰ্য ;
যুগৰ অৱহেলাৰ সৃষ্টি
আতুৰৰ লোতকে সিঁচে
ভাঙি গঢ়াৰ বীজ
সৰ্বত্ৰ
সেয়েইতো সত্য—ৰূপান্তৰৰ
সূত্ৰ,
নিচলা বাবে পৰম্পৰৰ
সৰ্বস্বশূন্যই ঐক্যৰ
যোগসূত্ৰ।
অহোৰাত্ৰ
সেই যোৱা বুকুৰ উত্তাপে
নিজানে নিভৃতে জাগৰিত কৰে
খাটি খোৱাৰ বণুৱা
ঐশ্বৰ্য—
বৈ বৈ হালি পৰে হুতাশৰ বৃক্ষ
পকা সোণ সৰা
কেঁচা ঘাম সৰা
মাটিয়ে হাত বাউলে—চহাবলে'
মিলন ক্ষেত্ৰ ;
অহৰহ সেই একে মাত
সহৃদয়তা
সমতা
সমন্বয়ৰ
যুগজয়ী কালজয়ী অমোঘ
মন্ত্ৰ।

## এজন কবিৰ পুনৰ্জন্মত

ৰাজু বৰুৱা

বুকুৰ কাষ চাপোতেই সাৰ পাই উঠিল অজলা কবি
অজানে অলক্ষিতে হৃদয়ৰ গভীৰত শুই আছিল যাৰ
কাপৰ বাঁহী
সুৰে সুৰে হালি জালি নাচিলে বাগিলে সখিয়তী
গোলাপ কি তগৰৰ সুবাসিত চুমাচুমি—
ডুবৰি ডুখত উপচি পৰে শেৱালি হৃদয়
আঁচল মেলি তুলি লওঁ বিস্ময়
হৃদয়ৰ গভীৰৰ পৰা উঠি আহে কবি
অম্লান, দীপ্ত সৃষ্টি শোভা

যি সৃষ্টিয়ে নিৰ্গত কৰে সমস্ত পৃথিৱীৰ ঘৃণা
নিজানে নিভৃতে স্বাগত জনায় অধিকাৰৰ সংগ্ৰাম
সেই ছন্দে ছন্দে বন্দিত
অজলা কবিৰ কাপৰ বাঁহী
বুকুৰ কাষ চাপোতেই সাৰ পাই উঠে কবি

কোনেওতো দেখা নাই হায় কবি হৃদয়ৰ ভগ্ন আচবাব, নতুবা
দুষ্কৃতিৰ কদৰ্য্যতাত সৰি পৰা সৌষ্ঠৱ
সেই সৌষ্ঠৱে পুনৰ গঢ়ি তোলা বিজয় মিনাৰ
বাঁহীৰ সুৰে সামৰি থয় খোজৰ আশা
আশাৰ কলিয়ে পাহ মেলে
পাহ মেলি লাহ দিয়ে তাৰ সুকষ বন্দনা
বুকুৰ কাষ চাপোতেই সাৰ পাই উঠে অজলা কবি
হৃদয়ৰ গভীৰত সংগোপনে শুই আছিল যাৰ কাপৰ বাঁহী
আজি কাষ চাপোতেই সেয়ে তেওঁৰ ভুবন ভুলোৱা হাঁহি ।

## সৰ্বত্ৰ

মেঘালী ফুকন

দিন ৰাতি নাই
হঠাতে ওলায়হি মানুহজনী
তাই অহৰহ উচুপি থাকে
মুখ হাত ডুচকু বান্ধি
কোনে ভাঙি নিছে বৃক্ষৰ চমকা ডাল
মোহাৰি পেলাই দিছে কুঁহিপাত
ছিঙি নিছে ফুলৰ কলি
অহৰহ বাজি উঠিছে ৰণৰ কালি
কি যন্ত্ৰণা
দিন ৰাতি নাই
হঠাতে ওলায়হি মানুহজনী
মেৰঘৰত লখীন্দাৰ
বেউলা ক'ত বেউলা ক'ত
মানুহজনীৰ বুকুত হাঁহাকাৰৰ দেওধনি
মানুহবোৰ কলৈ দৌৰিছে উৰ্ধশ্বাসে
একবিংশ শতিকালৈ নে গুহাৰ তামৰ যুগলৈ
মানুহবোৰে কঢ়িয়াই অ নে কাৰ শৱদেহ

নিতৌ শ হেজাৰকৈ
মানুহজনীয়ে পাহৰি পেলালে
বহুদিনতে গুণগুণাই থকা গীতৰ কলিবোৰ
'লাই হালে জালে আবেলি বতাহে' অথবা
'জলে ভাই দৈৱকী নেচাবা উলটি'
ক'ৰবাত অকস্মাৎ পৰে বজ্ৰপাত
শুকায় নদী, খহে পাহাৰ
উবুৰি খাই পৰে আকাশ
আন্ধাৰে-পোহৰে ৰাউচি জুৰে হিৰন্ময় ক্ষণে
হে আদিতমা পৃথিৱী আৰু আজন্ম সহযাত্ৰীসকল
মাংস-হাড়-মজ্জাৰ ভিতৰত
লুকাই থকা সেই অস্থিৰ মানুহজনী
মৰেই নেকি মৰেই নেকি ?

## আজন্ম

কৃষ্ণবাণী শৰ্মা ফুকন

এইডৰা তুবৰি বনৰ কোমল দলিচাত
আজো-ককাৰ পদশব্দ।
শাওণৰ বোকাৰে সিক্ত পথাৰত
বোপা-ককাৰ তেজ, ঘাম, সাতামপুৰুষীয়া স্বপ্ন।
গামোচাৰ আচলত আইতাৰ শীতল চেনেহৰ উম,
নামঘৰৰ ডবা-কাঁহ আৰু খোল তালৰ
অপূৰ্ব ধ্বনিত
আইৰ শান্ত-সমাহিত ৰূপ।
সোণালী ধানৰ ৰিব্‌ৰিব্‌ সুবাসৰ সৈতে
বতাহৰ চিনাকি মাত।
এই আটাইবোৰৰ সৈতে
মোৰ হৃদয়ৰ একাত্মতা।
বৰ লুইতৰ প্ৰীতিৰ সাঁকোডাল
আজন্ম বন্ধা আছে
মোৰ দেহ-মন আৰু আত্মাৰ
গভীৰৰো গভীৰত।

# কেতিয়াবা ধুমুহাৰ নিশাত

দীপালিমা বৰুৱা

আকাশ আৰু পৃথিৱীয়ে কথা পতা
এনেবোৰ উজাগৰী নিশাতে
উশাহ গধুৰ হয়,
হাত-ভৰি থৰ্ থৰ্ কঁপে।
কলিজাত খুন্দামাৰি ধৰে
বাসনা হেৰাই যোৱাৰ
সুগভীৰ শোকে।
ধুমুহাত উভালি পৰা
আলিকাষৰীয়া বট গছজোপাৰ
শিপাই ভেটা দি থয়
মোৰ দীঘল পঁদূলি,
বৰষুণৰ উদ্দাম তালত
সাৰ পাই উঠে ক্ৰমে
ধূসৰ ল'ৰালি।
বতাহত আশংকাৰ কঠিন সুহুৰি।
শামুকীয়া অস্তিত্বৰ খোলা ভাঙি
ওলাই অহা আত্মবোধত



হৃদয় যেন উন্থলি-মুন্থলি।
নিজৰ স'তে মুখা-মুখি হৈ
যুক্তি তৰ্ক চুক্তিৰ স্বাদ লোৱা
এনেকুৱা ক্ষণতে
উশাহ গধুৰ,
হাত-ভৰি থৰ্ থৰ্ কঁপে,
ফেৰমেলা দুখৰ ভৰত ক্ৰমে
নিশাবোৰ দীঘল হৈ আহে।

# পথাৰ

অৰ্চনা শৰ্মা পূজাৰী

কি কঠিনতাৰে এই পথাৰ বিচাৰি
মুখামুখি হ'লো শিলৰ স'তে
ৰ'দে যে য'ত অগনি পৰশে

সোণালী ৰুমালৰ দৰে আঘোণৰ পথাৰে
সেউজীয়া আঁচলেৰে শাওণত সাৱটি আছিল
এটা সপোনেৰে উকিয়াই মোক তোলপাৰ লগাই
শৈশৱ, কৈশোৰ, যৌৱনৰ সোণৰ সোলেং
'ন-ভাত' খোৱাৰ উৰুলীকৃত সময়
'চে-চোৰ' বুটলি মাটি খোচৰাৰ দিন
পিঠিত ৰ'দ সানি ৰবাব টেঙাৰ সোৱাদ লওঁতে

ভাবিম কি দৰে
চাউলত শিল অথবা লেকুৰা পোকৰ প্ৰাচুৰ্যই
কাঢ়ি নিব 'ন-ভাত' অথবা চেনেহৰ বিশাল পথাৰ

তামোলবাৰী ওঁঠেৰে আয়ে ধান দাইছিল
সুৰীয়া বিহু মুখত লৈ ডেও দি ডাঙৰি বান্ধে



সহোদৰ ভাই
মেজিঘৰ সাজি ন-ভাত খোৱা
সেই যে মোৰ সোণৰ পথাৰ
কংক্ৰীটৰ অট্টালিকাৰ অট্টহাস্যত
নিমৰমিয়াল হৈ পৰিছে তাৰ বুকু
সময়ৰ সন্নিপাত স্খলনত
শোকত ম্ৰিয়মান হৈ পৰিছে চকু
তাত নাই কোনো স্মৃতি সোঁৱৰণী
কেৱল শিল, বালি, লোহা আৰু
হিংস্ৰ শ্বাপদৰ মুখামুখি ॥

## দাপোণ

অৰ্চনা শৰ্মা পূজাৰী

বন্ধু
দেখাত তোমাৰ বেছ স্বাস্থ্য
কি এনে অসুখ
তুমি কেৱল কোৱা
অসুস্থ ॥

বন্ধু মোৰ
এবাৰ মাথো চকু খুলি চোৱা
পীড়নত, জ্বলনত
কিদৰে কোঙা, কাঙাল হৈ গৈ আছে
চৌপাশ ॥

ইয়াত নাই বাসন্তিক বতাহ
কৰ্কট ৰোগে শিপাই আছে গৰ্ভ ভাগ
ৰক্ত ক্ষৰণত শেঁতা পৰি আছে প্ৰতিটো দিন

সেয়ে আহা—
তুমি তোমাক
মই মোক নহৈ
আমি আমাক চাওঁ
সমাজ দাপোণত ॥

## ইতিহাস

হৰপ্ৰিয়া বাৰুকিয়াল বৰগোহাঞি

ইতিহাস মানেতো নহয়
অমৃতৰ পুত্ৰ সেই পৃথিৱীৰ সম্ৰাটসকল
অথবা তেওঁলোকৰ দিগ্বিজয়ৰ দীঘলীয়া কাহিনী
ইতিহাস মানেতো নহয়
সেই আকাশলঙ্ঘী অট্টালিকাবোৰ
যাৰ চূড়াত উঠি পৃথিৱীৰ সম্ৰাটে
নয়ন ভৰি পান কৰিব সসাগৰা ধৰিত্ৰীৰ শ্যামলীমা
দুচকুত অপাৰ বিস্ময় সানি উপভোগ কৰিব
পাৰাপাৰহীন সমুদ্ৰৰ অন্তহীন নীলা !

মই জানো ইতিহাস মানে সেই
বিশাল যুদ্ধৰ মহান সৈনিকবোৰ
যাৰ চকুতো আছিল অযুত স্বপ্নৰ জিলিকনি
যুদ্ধৰ দামামা নবজা হলে
সিহঁতৰ উদাত্ত কণ্ঠতো বাজিলহেঁতেন
প্ৰেম ভাতৃত্ব তথা মানৱতাৰ নতুন বতৰা,
কোনে জানে জীয়াই থকা হলে

সিহঁতেও নাযাচিলেহেঁতেন প্ৰেয়সীক
বুকুভৰা উমাল চুমা!
হাতত হাত মিলাই দৃঢ় নকৰিলেহেঁতেন
ভাতৃত্বৰ বান্ধোন॥

মই জানো ইতিহাস মানে সেই
সুঠাম পাহোৱাল দুৰন্ত মানুহবোৰ
নদীৰ গৰ্ভেৰে বিশাল হৈছে যাৰ বুকু
আৰু উৰ্বৰা উপত্যকাৰ সেউজেৰে
ৰঙীন হৈছে যাৰ হৃদয় আৰু মন!

হে পৃথিৱীৰ কবিসকল!
মই জানো ধ্বংস আৰু সৃষ্টিৰ
অগ্নিময় দুহাতেৰে সিহঁতেই ৰচে
যুগৰ সোণালী ইতিহাস।

## স্বদেশ প্ৰেম

পদুমী গগৈ

দৃষ্টিৰ আলোক ঢুকি নোপোৱা
বুকুৰ নিভৃত কোণত বিৰাজমান
এক প্ৰবল আন্তৰিকতা
যাৰ তাড়নাত
প্ৰাণত জাগে অদ্ভুত সাহস
তেজত নাচি উঠে সহস্ৰ ৰণুৱা ঘোঁৰা
যি ভালপোৱাই কোনো প্ৰতিদান নিবিচাৰে
যি ভালপোৱাৰ কোনো নিয়ম নাথাকে
যি ভালপোৱাৰ পৰিধি নাথাকে।
থাকে মাথো
জীৱন যৌৱনৰ সৰ্বস্ব ত্যাগি
দেশক জীয়াই ৰখাৰ এটি মন,
আৱশ্যক হলে মৃত্যুকো কৰে পণ।

## প্ৰতীক্ষা—এক নৱজীৱনৰ

নলিনী বালা হাজৰিকা

স্ফীত উদৰৰ ত্ৰুক ত্ৰুক কম্পনত,
সৃষ্টিৰ আমন্ত্ৰণ—
এক-নৱজীৱনৰ।
সম্ভাব্যৰ প্ৰাচুৰ্যৰে
নিশ্চয়তাৰ প্ৰতীক্ষাত—মাতৃত্ব।

পূজাৰ
নৈবেদ্যৰ
কোমল পাপৰিৰ
পবিত্ৰতাৰে
জন্ম এক নতুন সূৰ্যৰ
যাৰ তীব্ৰ ৰশ্মিৰ বিক্ষিপ্ততাত
বিনাশ আন্ধাৰৰ

সেয়েহে—
মৃত্যুৰ দুৱাৰ দলিতো
সবুজ গৌৰৱ—মাতৃত্বৰ,
প্ৰতীক্ষা—জন্ম—এক ন সূৰ্যৰ
জন্ম—এক ন সূৰ্যৰ

## কবিতা

লুট্‌ফা হান্নুম ছেলিমা বেগম

শৱযাত্ৰী হৈছিলো মই
যোৱা ৰাতি

এজাক চৰাই
এখন নদী
কেইটামান জোনাকী পৰুৱাও
যোগ দিছিল শৱযাত্ৰাত

শ-টোৰ চকুলৈ সোমাই গৈছিল
জোনাকী পৰুৱা কেইটা
নদীখন হৈছিল শ-ঢাকনি

ডেউকা হেৰুৱাই উন্মাদ হোৱা
চৰাইজাকৰ সৈতে
মই মোৰ শৱযাত্ৰাত যোগ দিছিলো
যোৱা ৰাতি

## শামুক

অনুপমা বসুমতাৰী

তাহানি ধান গছবোৰৰ ফাঁকে ফাঁকে
উবুৰি খাই থকা শামুকবোৰ
বুটলিছিলো খালৈৰ ডিঙি নোপোৱালৈকে।
আৰু সিজোৱাৰ আগেয়ে
খোলাবোৰ একৱাই ৰং পাইছিলো,
কোঁচ খুৱাই সুমুৱাই নিয়া
জিভাখন চাই। শোহা মাৰি উলিয়াই আনিছিলো শাহ।
খোলাবোৰৰ মৰ্ মৰ্ শব্দত আছিল এটা অদ্ভুত ছন্দ।
য'ত লুকাই আছিল মৃত শামুকবোৰৰ শোক

সেই ছন্দৰ উৎস বিচাৰি এতিয়া মই চুঁচৰি ফুৰিছোঁ
সাগৰৰ পাৰে-পাৰে, বগাই ফুৰিছোঁ জলত স্থলত,
হু-হুৱাই অহা ঢৌৰ কোবত বাৰে বাৰে উটিছোঁ ভাহিছোঁ।
আশ্চৰ্যজনকভাৱে মোৰ শৰীৰটো বুটলি লৈছে
এখন অদৃশ্য হাতে
শোহা মাৰি শূন্য কৰিছে মোৰ ভিতৰখন।

হৃদয় ভগাৰ যন্ত্ৰণাত মৰ্-মৰাই উঠিছে মোৰ শৰীৰৰ খোলা
আৰু সৃষ্টি হৈছে এটা নতুন শোক-গাঁথাৰ ছন্দ।

## বনস্পতি

কল্যাণ ব ৰুৱা

ৰখিলা তুখিলাকৈ সৰি পৰে
চিৰলা-চিৰলি তুখৰ পাতবোৰ
ধূলি-বতাহত শুকাই আছে
গাখীৰ-বগা মায়াৰ চকুলো
সৰা-নসৰাৰ অন্তহীন ক্ষণ
কঁপি থাকে উৰঁলা নিচান
ভাঙি পৰা বিয়লিৰ বিষণ্ণ আলাপ

হালধীয়া পোহৰে ছানি ধৰে
শুকান নিথৰ উপত্যকা
শিখৰৰ পৰা মূললৈ
ভিতৰৰ পৰা বাহিৰলৈ
গভীৰৰ পৰা গভীৰলৈ
ধীৰে ধীৰে সংক্ৰমিত হয়

তামৰ আকাশ ধূসৰ হয়
নিৰ্মম ৰাতিৰ নীলা ভাঁহি আহে
সজল আন্ধাৰৰ বুকুৰেদি

বৈ যায় এটা অস্ফুট শব্দ
এজাক শুকান বতাহ……
প্ৰস্তৰ দেহেৰে নিগৰে সাঁচতীয়া ক্লেদ
কঁপি উঠে নেকি হঠাৎ এবাৰ
সৰ্বস্বান্ত নিঃসঙ্গ নীৰৱত ?
মুহূৰ্তৰ হৃৎকম্প ? ভয় ?
মাটিৰ গভীৰত পুনৰায়
বহলাই মেলি দিয়ে শিপাবোৰ
নিৰ্বিকাৰ শূন্যৰ বুকুত
মুখামুখি প্ৰতিদ্বন্দ্বী কাল।

## বাঞ্ছিত সময়ৰ প্ৰতীক্ষাত

প্ৰণতি বৰুৱা

বাঞ্ছিত সময়ৰ প্ৰতীক্ষাত
মেলি দিছো চকুহাল
অগ্নিৰ গৰ্ভত হাত থৈ

উজাগৰী মোৰ নিশাৰ শেতেলীত
ওলমি আছে এতিয়া
কুৰুক্ষেত্ৰ বতাহ

বাঞ্ছিত সময়ে আনক বুটলি
গৈৰিক বাসনাৰ বুকুৰ পঙ্কশীল
সিঁচি দিয়ক সময়ে
উজ্জ্বল স্বপ্নৰ ৰঙ হৃদয়ে হৃদয়ে

বৈ যাওক সময় ইয়াতে
যুধিষ্ঠিৰ হৈ
বৈ যাওক সময়
বেথেলহামৰ কোনোবা দানাৰ পাত্ৰত
যীশুখৃষ্ট হৈ

মেলি দিছো চকুহাল
তাৰেই প্ৰতীক্ষাত মই।

## বিষম প্ৰহৰ

সুমিত্ৰা গোস্বামী

প্ৰভাতী সূৰুযৰ
সেন্দুৰীয়া বৰণৰ
গালে মুখে সানি
সিহঁতে সদায়
সোণ গজা পথাৰৰ গীত গায়।

হালৰ মুঠিত ভৰ দি
বান্ধনী বেলিটোৰ দৰে
সিহঁত কঠিন হয়।

কেঁচা মাটিৰ গোন্ধে
সিহঁতৰ শ্ৰম কঠিন ভুবাহুত
শক্তিৰ জোৱাৰ তোলে।

পৃথিৱীখনক নতুন ৰূপত সজাবলৈ,
সোণপাহিৰ মুখত হাঁহি বিৰিঙাবলৈ
সিহঁত বাৰে বাৰে
প্ৰস্তুত হয়।

বোকা-পানীৰ মাজতেই
ঋতুৰ পিচত ঋতু
সিহঁতৰ পাৰ হৈ যায়।
অথচ
অস্তগামী সূৰুযৰ দৰে
সিহঁতৰ পজাতেই নামি আহে—
এবুকু এন্ধাৰ।

## মোৰ কবিতা হওক

দিব্যজোতি গোঁহাই গগৈ

কবিতাৰ সাগৰখন শুকাই
যেতিয়া চিৰালফটা দিয়ে
কাৰোবাৰ কলিজা ফালি
নিগৰি নিগৰি ওলাই আহেনে বাৰু কবিতা ?

কবিতানো কাৰ বাবে
যদি হেৰালেই বিচাৰি নেপাওঁ
শব্দৰ বিন্যাস ?

এসাজ ভাতৰ বাবেই
দিনটো হাড় ভঙা পৰিশ্ৰম
যাৰ বুভুক্ষাৰ জুই
ঢুচকুত অহনিশে জ্বলি থাকে
( লুইতপৰীয়া মানুহবো যে ইমান দুখ ! )

সোণপাহিজনীবো
উৰলি পৰে ভৰ যৌৱন
কিহৰ বাবে ⋯ ?
এতিয়া তায়ে মোৰ কবিতাৰ সমল।

পিছে—
মোৰ কবিতা নহয়
দীন-হীনৰ নিচুকনি গীত
কবিতা হওক—
সহস্ৰজনৰ মিলিত কণ্ঠৰ
মুখাৰূপী সভ্যতাৰ মুখা উন্মোচনৰ দৃঢ় প্ৰতিজ্ঞা।

মোৰ কবিতাৰ শব্দ বিন্যাসত
অঙ্কুৰিত হওক—এখন নতুন সমাজ
কঢ়িয়াই আনক—এটি নতুন দিনৰ সংবাদ।

## অস্থিৰ অস্তিত্ব বিচাৰি

শশীপ্ৰভা দাস

এৰাবাৰীৰ আঁহতৰ তলত
অনন্ত নিদ্ৰাত মগ্ন
মোৰ পূৰ্ব পুৰুষ

সেউজ ঘাঁহনিৰ মসৃণতাত
ভুপৰৰ জাৰ্মান বনৰ ঘ্ৰাণত
বিচাৰি পাওঁ
মই মোৰ আদিম অস্থিৰ অস্তিত্ব

বুকু পাৰি সাবটি
অনুভৱ কৰিব খোজোঁ
প্ৰবাহিত হৃদয় স্পন্দন
উৎকৰ্ণ হৈ ৰৈ থাকো সমস্ত ৰাতি
জানোচা উমান পাওঁ
তেওঁৰ পদ শব্দৰ উল্লাস আগমনি

## পুৱাৰ ৰ'দালি

মীৰা ঠাকুৰ

ৰাতিৰ আকাশে যেতিয়া
—পেখম ধৰে ;
বুকুত সঙ্গীতৰ মূৰ্চ্ছনা লৈ
এখন কুলু কুলু নদী
বৈ আহে মোৰ হৃদয় ভেদি...
তৰাৰ চকুলো হৈ
শিপা চুই উচুপি উঠে মাটি
দেহৰ মাটি ফুটি...
দুখৰ কেঁচুমতাৰে একাঠু হয় চোতাল
সাঁচি পাতে পাতে খোদিত
তেজৰ ফলক···
কাৰ গোপন পত্ৰালাপত মুখৰিত হয় এন্ধাৰ ?
কেঁচুৰ ৰসত জ্বলে বাতি ?
দুখৰ ভৰত বেকা হৈ পৰে আকাশৰ যৌৱন···
যেন কৰ্মৰত বনুৱাৰ পিঠি··· ।
অমিতা ঠাৰিত জোনাকীৰ বন্ধ উলাহ···
ধেমালি খেলিছে কোনে ?
তেওঁনো কোন যি তেজৰ নদীত বুৰ মাৰে ?
ভিতা তিয়নিৰে পাহাৰ বগাই
মূধচ চুলে কোনে ?
কিৰিলিয়াই গল আকাশ...
মুখ সাইলাথ পুৱাৰ ৰ'দালি...

## ভৈৰৱী

ইন্দুপ্ৰভা ডেকা

কোনে থাপি গলে লুইত পাৰত
মাতৃ-পূজাৰ বেদী
কোনে পূজি গল বুকুৰ তেজেৰে
তোমাৰ চৰণ দেবী ।
কোনেনো সজালে চাৰিও কাষৰে
ধুনীয়া কাননখনি
চালে চকুৰোৱা মুনি মনোলোভা
নন্দনৰ শোভা জিনি ।
মলয়া ছাটিয়ে ধাননি পথাৰে
ঢউ খেলি খেলি যায়,
উথলি উঠিছে প্ৰকৃতিৰ ৰূপ
দেখিলে হিয়া জুৰায় ।
কুলুকুলু সুৰে বীণধনি বাই
লুইত কোঁৱৰ আহি
প্ৰণতি জনাই যায় আহৱাই
শুনোৱা মাভৈঃ বাণী ।
নানা বৰণৰ বিহগ-বিহগী
গছৰ ডালত পৰি

পূজাৰ মণ্ডপ কৰে মুখৰিত
বন্দনাৰ গীত জুৰি।
সকলোকে তুমি মধুৰ হাঁহিৰে
আশীৰ্বাদ কৰা আই।
চৌদিশ টৌৱাই মাতৃ মৰমৰ
নিজৰা বাগৰি যায়।
আজলী উষাই তোমাক পূজিলে
কুমাৰী কালৰেপৰা
তাৰেই ফলত অনিৰুদ্ধে আহি
সপোনত দিলে ধৰা।
উষাৰ সঙ্গিনী কুভাণ্ড জিয়াৰী
বৰদান দিলা আই,
তাৰেই বলত হৰণ-লুকিৰে
বিমান পথেদি যায়।
কুমাৰক লই উভতি আহিল
দ্বাৰকা এন্ধাৰ হল।
মিলিল উষাৰ অমূল্য ৰতন
সপোন দিঠক হল।
তেতিয়াৰেপৰা যুগ যুগ ধৰি
আছা একেদৰে আই
আজিও লুইতে ভুখনি চৰণ
সাদৰে ধুৱাই যায়।
যিছুটি চৰণ বুকুপাতি লঙ্গে
বাঘাম্বৰ পশুপতি



দিয়া আই দিয়া সিছুটি চৰণ
অধিনী কৰিছে স্তুতি।
হিয়াৰ তেজেৰে শলিতা তিয়াই
পূজাৰ প্ৰদীপ জ্বালি
ভক্তি জবাৰ অৰ্ঘ্য সজাই
দিওঁ চৰণত ঢালি।

## কুলি

হীৰাৱতী গোহাঞি বৰুৱানী

কেনিনো লুকালি কলীয়া কুলিটি
ক'তনো থাকিলি ৰই,
কাহানি আহিবি লিখিব লাগিছো
আঙুলি মূৰতে মই।
পুৱাৰ বেলিকা মাতি উৰি গলি
বতাহে শুনিলে ৰই,
প্ৰতিধ্বনি তাৰ মাৰ যোৱা নাই
আছে ঘৰে ঘৰে বই।
মলয়া বতাহে আদৰি আনিব
আছে আগবাঢ়ি গই,
জীংৰী বোৱাৰী আছে বাট চাই
হাতৰে মাকোটি থই।
নিয়তি চৰায়ে উৰুলি জুৰিব
ৰঙতে উধাও মই,
ফুল কুঁৱৰীয়ে ফুল সিঁচি দিব
তোক যে মাজতে লই।
মাজ নিশা ৰাতি মাতিলি যেতিয়া
টোপনি ভাঙিল মোৰ,
বিশ্ব পিতাৰ মহিমা অপাৰ
শুনিয় নেপাওঁ ওৰ।

## শেৱালি

হীৰাৱতী গোহাঞি বৰুৱা

শেৱালি ফুলিলে সন্ধিয়া পৰত
মলয়া পৰশ পাই,
কলীয়া ভোমোৰা ৰ'বকে নোৱাৰে
উলটি উভতি চাই।
নিয়ঁৰ উপচি পৰে জাৰি জাৰি
শুৱালে তুৱৰি বন,
হেপাহ মুগুছে চাওঁ ঘনে ঘনে
উলটি নাহে মোৰ মন।
শেৱালি তলতে তুবৰি বনতে
ৰ'লো একেথৰে গই,
ৰিহাৰ আঁচল পিচলি পৰিল
আপোন পাহৰা হই।
তুলিলো শেৱালি মনৰ উলাহে
নেথাকি ক্ষন্তেক ৰই,
সন্ধিয়া পূজাত ভকতি ভাবেৰে
দিম (প্ৰভু) চৰণত গই।

## চমু পৰিচয়

**পদ্মপ্ৰিয়া আই ঃ** ভবানীপুৰীয়া গোপাল আতাৰ বিদূষী কন্যা পদ্মপ্ৰিয়া প্ৰথম অসমীয়া মহিলাকবি। পুৰণি অসমীয়া সাহিত্যৰ তেৱেঁই এতিয়ালৈকে জনা একমাত্ৰ মহিলা কবি। তেওঁ ভক্তি-ৰসসিক্ত আৰু গুৰু মাহাত্ম্য-প্ৰকাশক গীত ৰচনা কৰিছিল।

**এনী গোল্ডস্মিথ ঃ** 'অৰুনোদই' যুগৰ খ্ৰীষ্টিয় স্তুতিগীত ৰচয়িত্ৰী।

**সুবৰ্ণ গোস্মিথল্ড ঃ** 'অৰুনোদই' যুগৰ খ্ৰীষ্টিয়ান সম্প্ৰদায়ৰ স্তুতিগীত ৰচনা কৰিছিল।

**এমিলি গোল্ডস্মিথ ঃ** খ্ৰীষ্টিয়ান সম্প্ৰদায়ৰ স্তুতিগীত ৰচনা কৰা আন এগৰাকী মহিলা।

**পদ্মাৱতী দেৱী ফুকননী ঃ (১৮৫৩—১৯২৭)** আনন্দৰাম ঢেকিয়াল ফুকনৰ সুকন্যা পদ্মাৱতী দেৱী ফুকননীৰ জন্ম হয় ১ ৫৩ চনত। কবি, ঔপন্যাসিকা, শিশু-সাহিত্যিকাৰূপে পৰিচিতা এই গৰাকী লেখিকাৰ 'সুধৰ্ম্মাৰ উপাখ্যান' অসমীয়া উপন্যাস সাহিত্যৰ পথ প্ৰদৰ্শক। 'হিতসাধিকা' নামৰ শিশু উপযোগী পুথিও ৰচনা কৰিছিল। বাঁহী কাকতত কবিতা, বিয়ানাম আদি লেখিছিল।

**হিমলা বৰুৱানী ঃ (১৮৭৭—১৯৪৮)** ১৮৭৭ চনত যোৰহাটৰ পকামুৰা বামুণগাৱঁত হিমলা বৰুৱানীৰ জন্ম হয়। স্বামীৰ নাম ৰায়চাহাব ৰাধিকা প্ৰসাদ বৰুৱা। ডাঙৰ পুতেক ভগৱতী প্ৰসাদ বৰুৱাৰ অকাল মৃত্যুত তেওঁ যি শোক পায় সেই শোকৰ পৰিণতিতেই কবিতা পুথি 'বিননি'ৰ জন্ম হয়।



যিসকল মহিলাৰ পৃষ্ঠপোষকতাত 'ঘৰজেউতি' কাকত ওলাইছিল হিমলা বৰুৱানীও সেইসকলৰ মাজত অন্যতমা।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী ঃ (১৮৯২—১৯৬০)** ১৮৯২ চনত গুৱাহাটীৰ পঞ্চবতী আশ্ৰমত এই গৰাকী কবিৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম আছিল যজ্ঞেৰাম শৰ্মা আৰু মাতৃৰ নাম ৰত্নাপ্ৰিয়া দেৱী। গুৱাহাটীৰ দুৰ্গানাথ বৰুৱাৰ সতে বিয়া হয়। দুৰাৰোগ্য বাতৰোগত আক্ৰান্ত হৈ বিয়াৰ পিছৰেপৰা শয্যাশায়ী হয় যদিও কাব্য সাধনাকে তেওঁ জীৱনৰ ব্ৰত হিচাপে লয়। অসম সাহিত্য সভাৰ 'কাব্য ভাৰতী' উপাধিৰে বিভূষিতা এইগৰাকী কবিৰ প্ৰকাশিত কবিতা পুথি হৈছে 'ফুলৰ শৰাই', 'প্ৰাণৰ পৰশ', 'অশ্ৰুধাৰা' আৰু 'জীৱন তৰী'।

**নলিনী বালা দেৱী ঃ (১৮৯৮—১৯৭৭)** কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ প্ৰথমা কন্যা। জীৱেশ্বৰ চাংকাকতিৰ লগত ১৯০৯ চনত বিবাহ হয় আৰু অতি সোনকালেই স্বামীৰ মৃত্যু হোৱাত বৈধব্য জীৱন আৰম্ভ হয়। জীৱনৰ নানা দুখ-শোকে তেওঁৰ মনত আঘাত দিয়ে আৰু সাহিত্য সেৱাকেই জীৱনৰ ব্ৰত হিচাপে লয়। ১৯৫৪ চনত অসম সাহিত্য সভাৰ যোৰহাট অধিবেশনৰ সভানেত্ৰী হয়। ১৯৫৬ চনত সংস্কৃত সঞ্জীৱনী সভাই নলিনী বালা দেৱীক 'কাব্যভাৰতী' উপাধি প্ৰদান কৰে। ১৯৫৭ চনত তেওঁ ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী' উপাধি লাভ কৰে। ১৯৬৮ চনত এইগৰাকী কবিয়ে সাহিত্য একাডেমিৰ বটা লাভ কৰে। নলিনীবালাৰ কবিতা সমূহক প্ৰধানকৈ তিনিটা ভাগত বিভক্ত কৰিব পাৰি। যেনে, অতীন্দ্ৰিয়বাদী, দেশপ্ৰেমমূলক আৰু বিভিন্ন বিষয়ক। তেওঁৰ কবিতাৰ মূল বৈশিষ্ট্য হৈছে ৰহস্যবাদী ভাৱধাৰাৰ সাৰ্থক প্ৰকাশ। কবিৰ প্ৰকাশিত কবিতা সংকলন সমূহ হৈছে—'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা'

'অলকানন্দা', 'জাগৃতি' আৰু 'অন্তিম সুৰ'। তেওঁৰ গদ্য ৰচনা সমূহ হৈছে—নবীনচন্দ্ৰ বৰদলৈৰ জীৱন চৰিত 'স্মৃতিতীৰ্থ', 'বিশ্বদীপা', 'বল্লভভাই পেটেল' আৰু নিজৰ আত্মজীৱনী 'এবি অহা দিনবোৰ'। নাটিকা সমূহ হৈছে 'শেষ পূজা', পাৰিজাতৰ অভিষেক', 'প্ৰহ্লাদ' আৰু 'মীৰাবাই'।

১৯৭৭ চনৰ ২৪ ডিচেম্বৰত তেওঁ পৰলোকগামী হয়।

**যমুনেশ্বৰী খাটনিয়াৰ :** ( ১৮৯৯—১৯২৭ ) ১৮৯৯ চনত গোলাঘাটত জন্ম হয়। পিতৃৰ নাম ভদ্ৰাম শইকীয়া আৰু মাতৃৰ নাম গৌৰী শইকীয়া। ১৯১০ চনত কবি ভৈৰব চন্দ্ৰ খাটনিয়াৰৰ লগত বিয়া হয়। ১৪/১৫ মান বছৰৰ পৰাই কবিতা লেখিছিল। সেইসময়ৰ প্ৰায়বোৰ কাকতত তেওঁৰ কবিতা প্ৰকাশ হৈছিল। প্ৰকাশিত কবিতা পুথিৰ নাম 'অৰুণ'।

**প্ৰতিভা দেবী :** ( ১৯১১—১৯৩২ ) পিতৃৰ নাম শৰৎ চন্দ্ৰ গোস্বামী। জন্মস্থান নলবাৰী সত্ৰ। কম সংখ্যক কবিতাৰে জনপ্ৰিয়তা অৰ্জন কৰিছিল। তেওঁৰ কবিতাৰ ঘাই আকৰ্ষণ হ'ল অনুভূতিৰ স্বতঃস্ফূৰ্তিতা। তেওঁ 'কেকো ডাঙৰীয়া' নামেৰে ইংৰাজী 'ডন কুইক্সোট' উপন্যাস অসমীয়ালৈ অনুবাদ কৰিছিল। অকালতে মৃত্যু বৰণ কৰে।

**চন্দ্ৰপ্ৰভা শইকীয়ানী :** (১৯০১—১৯৭২) পিতৃৰ নাম ৰাতিৰাম শইকীয়া আৰু মাতৃৰ নাম গঙ্গাপ্ৰিয়া শইকীয়া। নাৰীমুক্তি আন্দোলনৰ নেত্ৰী এই গৰাকী সমাজসেৱিকা, সাহিত্যিকাই স্বাধীনতা আন্দোলনত অগ ভাগ লৈছিল। 'পিতৃভিঠা নামৰ উপন্যাস, পঢ়াশলীয়া ল'ৰাৰ পাঠ্যপুথি, ভালেমান কবিতা আৰু প্ৰবন্ধ ৰচনা কৰিছিল।

**আজলীতৰা নেওগ :** ( ১৯১৩—১৯৮৯ ) সাহিত্যিক বেণুধৰ ৰাজখোৱাৰ দুহিতা আৰু সাহিত্যিক ডিম্বেশ্বৰ নেওগৰ সহধৰ্মিনী আজলীতৰা নেওগৰ জন্ম হয় ১৯১৩ চনত। অসমীয়া মহিলা সাহিত্যিক



সকলৰ আদৰ্শস্থানীয়া এইগৰাকী লেখিকাই কবিতা, জীৱনীসাহিত্য, শিশুসাহিত্য আদি বিভিন্ন দিশলৈ বৰঙণি যোগাইছে। 'আলিবাবা আৰু দুকুৰি ডকাইত', 'সিন্দবাদ আৰু সাতোটি জলযাত্ৰা', 'আলাদিনৰ আচৰিত চাকি', 'আনন্দৰাম ঢেকিয়াল ফুকন' আৰু 'গুণাভিৰাম বৰুৱা'ৰ জীৱনী ৰচনা কৰিছিল।

**দিব্যপ্ৰভা ভৰালী :** ( ১৯২১ ) ১৯২১ চনৰ লক্ষ্মী পূৰ্ণিমাৰ দিনা দিব্যপ্ৰভা ভৰালীৰ জন্ম হয়। পিতৃ দেবানন্দ ভৰালী। পিতৃৰ অনুপ্ৰেৰণাত সাহিত্যচৰ্চ্চা কৰিবলৈ লয়। বিভিন্ন আলোচনীত অসমীয়া, বঙালী আৰু ইংৰাজী ভাষাত তেওঁ লিখা প্ৰবন্ধ আৰু কবিতাই প্ৰকাশ লাভ কৰে। প্ৰকাশিত কবিতা সংকলন হৈছে অপৰ্ণা, মালঞ্চ আৰু কবিতা মঞ্জৰী।

**ফুলেশ্বৰী দত্ত :** ( ১৯২০ ) শিৱসাগৰত জন্ম। 'ফুল শইকীয়া' ছদ্মনামেৰে 'আৱাহন', 'বাহী', 'জয়ন্তী' আদিত লেখিকা ৰূপে আত্ম-প্ৰকাশ কৰে। স্বদেশপ্ৰেমমূলক কবিতাসমূহ অনাতাঁৰ যোগেও প্ৰচাৰিত হৈছে।

**ফাতেমা খাটুন :** ( ১৯২২ ) পিতৃৰ নাম হবিবুৰ ৰহমান। যোৰহাটত ঘৰ। প্ৰকাশিত কাব্য গ্ৰন্থ 'অগ্নিৰেখা' আৰু 'ৰূপৰেখা'।

**সৌজন্যময়ী ভট্টাচাৰ্য্য :** পিতৃৰ নাম কুমুদেশ্বৰ বৰঠাকুৰ। কবিতা, গীত, চুটিগল্প, নাটক, উপন্যাস আদি লিখিছে। প্ৰকাশিত গ্ৰন্থ 'ছন্দৰ জন্ম', 'খেতিয়কৰ জীৱন', 'হিমাচল নীৰৱে কঁপে', 'বন্ধু', 'মনৰ ঢৌ', চাবি সুঁতি', 'মৌ-জোল', 'ৰুণজুন নেপুৰ বাজে' আদি।

**নীলিমা দত্ত :** ( ১৯২৫ ) কবি আৰু ঔপন্যাসিকাৰূপে সুপৰিচিতা এইগৰাকী লেখিকাৰ কবিতা বিভিন্ন আলোচনীত প্ৰকাশ হৈ থাকে। 'শৈলশিখৰ' আৰু 'আকাশবন্তি' উপন্যাস ৰচনা কৰাৰ

উপৰিও 'অন্ধকূপ', 'শেষ নাই', 'প্ৰভাকৰ' আদি কাব্য গ্ৰন্থ ৰচনা কৰিছে। তেওঁৰ কবিতাৰ বৈশিষ্ট্য হ'ল ব্যক্তিসত্তা আৰু সমাজ জীৱনৰ সম্বন্ধৰ অনুৰণন।

**কমলিনী বৰবৰা : ( ১৯২৪ )** যোৰহাটৰ এই গৰাকী লেখিকাৰ গল্প সংকলন 'মৰহা ফুলৰ পাপৰি', দুখন উপন্যাস 'সপোন আৰু জোনাক' আৰু 'অনাহুত বসন্ত' প্ৰকাশ হৈ ওলাইছে। প্ৰকাশিত কাব্য গ্ৰন্থৰ নাম 'সুন্দৰৰ ৰূপ'।

**উমা বৰুৱা : ( ১৯২৭ )** ইংৰাজীত কবিতা লেখিবলৈ আৰম্ভ কৰা শ্ৰীমতী বৰুৱাই পিছত কেইখনমান আলোচনীত অসমীয়া ভাষাত কবিতা লিখিবলৈ লয়। প্ৰকাশিত উপন্যাস সমূহ হ'ল 'ছিয়েন নদীৰ ঢৌ', 'নিশাৰ আন্ধাৰে আৱৰি' আৰু 'শেষ সূকযৰ বেঙনি'।

**ফানোৱাৰা বেগম :** ডুমডুমা নিবাসী ফানোৱাৰা বেগমৰ কবিতা কেইবাখনো আলোচনীত প্ৰকাশ হৈ ওলাইছে।

**শুচিব্ৰতা ৰায়চৌধুৰী : ( ১৯২৯ )** অম্বিকাগিৰি ৰায়চৌধুৰীৰ কন্যা। প্ৰকাশিত উপন্যাসৰ নাম 'বা-মাবলী'। কবিতা সংকলনৰ নাম "তুমি আৰু মই"।

**নিৰ্মলপ্ৰভা বৰদলৈ : ( ১৯৩৩ )** অসম সাহিত্য সভাৰ ঢুধনৈ অধিবেশনৰ নৱনিৰ্বাচিতা সভানেত্ৰী, কবি আৰু গীতিকাৰ ৰূপে সুপৰিচিতা আৰু জনপ্ৰিয়তাৰ শীৰ্ষস্থানলৈ উঠা এইগৰাকী লেখিকাই প্ৰবন্ধ, সাহিত্য, গীত, নাটিকা, শিশু সাহিত্য আদিলৈও অৱদান যোগাইছে। সাহিত্য একাডেমিৰ বটা লাভ কৰা আৰু আন্তৰ্জাতিক খ্যাতি সম্পন্না এইগৰাকী কবিৰ কাব্য গ্ৰন্থসমূহ হৈছে 'বন ফৰিঙৰ ৰং,' 'সমীপেষু', 'দিনৰ পাছত দিন', অন্তৰঙ্গ', 'সুদীৰ্ঘ দিন' আৰু 'ঋতু'। অন্যান্য প্ৰকাশিত গ্ৰন্থ—'দেবী', 'অসমৰ লোক সংস্কৃতি', 'অসমৰ লোক কবিতা', 'কবিতাৰ কথা' আদি আৰু অনেক শিশু-সাহিত্য।



**প্ৰবীণা শইকীয়া : ( ১৯৩৪ )** ঔপন্যাসিকা আৰু গল্প লেখিকা ৰূপে পৰিচিতা এই গৰাকী লেখিকাই কম সংখ্যক কবিতাৰে জনপ্ৰিয়তা লাভ কৰিছে। শব্দৰ সমীচিন আৰু আনুপ্ৰাসিক ব্যৱহাৰেৰে তেওঁৰ কবিতা সংস্কৃত। প্ৰকাশিত গ্ৰন্থ 'উত্তৰণ', 'সিংহদুৱাৰ', 'চিত্ৰতুৰগ' আদি। শিশুসাহিত্যৰ অনুবাদিকাৰূপেও অৱদান আগবঢ়াইছে।

**লক্ষহীৰা দাস :** কবি, গীতিকাৰ আৰু গায়িকা ৰূপে সুখ্যাতি অৰ্জন কৰা এই গৰাকী লেখিকাৰ প্ৰকাশিত গীত আৰু কবিতা সংকলন সমূহ হ'ল 'প্ৰথমা', 'সুৰসেতু', 'ময়ুৰপঙ্খী', 'অন্তৰ্গত নদী', 'প্ৰাণগহন' 'গীতাৰ্ঘ' আদি। 'কবিতাৰ ৰূপৰেখা' নামৰ কবিতা সম্পৰ্কীয় গ্ৰন্থ এখনো প্ৰকাশ হৈছে।

**হিৰন্ময়ী দেৱী :** নগাওঁৰ কবি, গীতিকাৰ, প্ৰবন্ধ লেখিকা আৰু শিশুসাহিত্যিকা শ্ৰীমতী দেবীৰ কাব্যগ্ৰন্থৰ মাম 'মাটিৰ চাকিৰ শিখা'।

**আলিমুননিছা পিয়াৰ :** কবি আৰু গীতিকাৰ ৰূপে সুপৰিচিতা শ্ৰীমতী পিয়াৰ গীত, গল্প, জীৱনী আদি বিবিধ বিষয়ৰ কেইবাখনো গ্ৰন্থ লিখিছে। প্ৰথম কবিতা সংকলন "চেতনা"।

**হিৰণ্ময়ী দেৱী :** প্ৰকাশিত কবিতা পুথিৰ নাম 'যাত্ৰী'। 'জীৱন সংগ্ৰাম', 'যুগৰ যাত্ৰী' আৰু 'এমুঠি আধাৰ ৰং' নামৰ কেইবাখনো উপন্যাস, 'নিয়ৰৰ টোপাল', 'পাহাৰৰ ওখ চাপৰ বাটেৰে' নামৰ দুখন গল্প পুথি আৰু শিশুসাহিত্যৰ পুথিও ৰচনা কৰিছে।

**এলি আহমেদ :** গীত, কবিতা, গল্প, প্ৰবন্ধ, নাট, শিশুসাহিত্য আদিলৈ অৱিহণা যোগাইছে। 'তৰাফুল' পুথিৰ বাবে শিশুসাহিত্যৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰিছে। 'দোকমোকালিৰ গীত', গল্প সংকলন

'অঙ্কুৰ', শিশুসাহিত্য 'ৰংমনৰ মন', 'মণিৰাম দেৱান', 'কোমল ওঁঠ কৰে চৰে' আদি ভালেকেইখন পুথি লেখিছে।

**সান্ত্বনা বৰুৱা :** গীতি কবি পাৰ্বতী প্ৰসাদ বৰুৱাৰ কন্যা। ডিগবৈৰ এইগৰাকী লেখিকাই কবিতা প্ৰবন্ধ লিখে।

**অঞ্জলি বৰুৱা :** কবি আৰু আকাশবাণীৰ স্বীকৃতি প্ৰাপ্ত গীতিকাৰ বাহনাৰ এইগৰাকী লেখিকাৰ প্ৰথম কবিতা পুথি 'এটি উৰি যোৱা প্ৰজাপতিলৈ'। গীত সংকলন 'অগ্নিস্নান' আৰু 'অনেক ঋতুৰ ছবি'।

**চিত্ৰলতা ফুকন :** জাঁজীৰ এই গৰাকী লেখিকা কবি আৰু ঔপন্যাসিকাৰূপে পৰিচিতা। উপন্যাস দুখন হৈছে 'অশ্ৰুকন্যা' আৰু 'অৰুন্ধতী'। কাব্যগ্ৰন্থৰ নাম 'হৃদয় বিচাৰি হৃদয়'।

**সত্যপ্ৰভা দাস :** কবি আৰু আকাশবাণীৰ স্বীকৃত গীতিকাৰ। গল্প ৰচনা কৰাৰ উপৰিও শিশুসাহিত্যৰ অনুবাদো কৰিছে।

**লিলি ৰাজবংশী :** বিভিন্ন কাকত-আলোচনীত সময়ে সময়ে কবিতা প্ৰকাশ হৈ থাকে। গল্প আৰু প্ৰবন্ধও লেখে। প্ৰকাশিত উপন্যাস 'কঙ্কন কৰবী' আৰু কবিতা পুথি 'ৰূপকন্যা'।

**তোষপ্ৰভা কলিতা :** গুৱাহাটীৰ এইগৰাকী লেখিকাই কবিতা, গল্প, প্ৰবন্ধ, ৰস-ৰচনা আদি লেখিছে। প্ৰকাশিত কবিতা পুথি 'বিশ্বৰূপা' আৰু 'অভিজ্ঞান লিপি'।

**কুঞ্জ মেধি :** আলোচনী, বাতৰিকাকতত মাজে সময়ে কবিতা প্ৰকাশ হয়। জীৱনী, প্ৰবন্ধ আৰু অনুবাদমূলক গ্ৰন্থ ৰচনা কৰিছে। যুটীয়া ভাবে প্ৰকাশ কৰা কবিতা সংকলন 'নিৰ্জনৰ সোণালী আৱৰ্ত্ত' আৰু আনখন কাব্য গ্ৰন্থৰ নাম 'অন্য এক উপত্যকা'।



**বিবি দেৱী বৰবৰুৱা :** কবি আৰু আকাশবাণীৰ স্বীকৃতি প্ৰাপ্ত গীতিকাৰ শ্ৰীমতী বৰবৰুৱাৰ কবিতা মাজে সময়ে বাতৰিকাকত, আলোচনীত প্ৰকাশ হয়। গীত-সংকলন প্ৰকাশ হৈ ওলাইছে।

**গীতা হাতীকাকতী :** আকাশবাণীৰ স্বীকৃতি প্ৰাপ্ত গীতিকাৰ আৰু কবি।

**নন্দা শৰ্মা বৰপূজাৰী :** সংখ্যাত তাকৰীয়া যদিও কেইটিমান ভাল কবিতা ৰচনা কৰিছে।

**ভাৰতী বৰুৱা :** 'মৌচুমী শইকীয়া' ছদ্ম নামেৰে লেখিকা জীৱন আৰম্ভকৰা শ্ৰীমতী ভাৰতী বৰুৱা বৰ্তমান এগৰাকী সুপৰিচিতা লেখিকা আৰু আকাশবাণীৰ স্বীকৃতিপ্ৰাপ্ত গীতিকাৰ, কেইবাখনো কাকত-আলোচনীত গল্প, কবিতা, উপন্যাসৰ উপৰিও মহিলাৰ সমস্যাৰ ওপৰত বিভিন্ন প্ৰবন্ধ-পাতি লিখিছে। কেইবাখনো শিশু উপন্যাস, নাটক আদি আলোচনীৰ পাতত প্ৰকাশ হৈছে যদিও শ্ৰীমতী বৰুৱাৰ, প্ৰকাশিত একমাত্ৰ সাধুপুথি হৈছে (যুক্তাক্ষৰ বৰ্জিত) 'যাদুৰ কথাৰে সাধু'।

**সুমতি ডেকা :** পিতৃ সীতানাথ ব্ৰহ্ম চৌধুৰী। শ্ৰীমতী ডেকাই কবিতা, গল্প, প্ৰবন্ধ আদিৰে অসমীয়া সাহিত্যৰ সেৱা কৰি আহিছে। 'অচিন পখীৰ কাকলি' তেওঁৰ প্ৰকাশিত কাব্যগ্ৰন্থ।

**গায়ত্ৰী সেন :** কেইখনমান আলোচনীত শ্ৰীমতী সেনৰ কবিতা প্ৰকাশ পাইছে।

**সবিতা কোঞ্ৰ :** গহপুৰৰ এই গৰাকী কবিয় মাজে সময়ে বিভিন্ন আলোচনী, বাতৰি কাকত আদিত কবিতা লিখে। প্ৰকাশিত কাব্য গ্ৰন্থৰ নাম 'বসন্ত পখীৰ গীত'।

**লীলাৱতী বৰা শইকীয়া :** বিভিন্ন আলোচনী আৰু বাতৰি

কাকতত সময়ে সময়ে কবিতা প্ৰকাশ হয়। প্ৰথম প্ৰকাশিত কবিতা গ্ৰন্থ 'দুখৰ পাহাৰ গলি গলি।'

মাধুৰী কলিতা চৌধুৰী : বিভিন্ন বাতৰি কাকত, আলোচনীত কবিতা প্ৰকাশ হৈছে। গল্প, প্ৰবন্ধ, ব্যঙ্গ ৰচনা আদিও লেখে। কাব্য-গ্ৰন্থ প্ৰকাশ পাইছে।

কৰবী ডেকা হাজৰিকা : কবি আৰু আকাশবাণীৰ স্বীকৃত গীতিকাৰ ৰূপে খ্যাত এই গৰাকী লেখিকাই সাহিত্যৰ সমালোচনামূলক গ্ৰন্থ 'সাহিত্যৰ ৰূপ-ৰস' আৰু 'সাহিত্যৰ চিন্তা-ছাঁয়া' লেখিছে। 'মাধৱদেৱ : সাহিত্য, কলা আৰু দৰ্শন' আন এখনি গৱেষণামূলক গ্ৰন্থ। কবিতা গ্ৰন্থৰ নাম 'সুবাসিত যি যন্ত্ৰণা।'

মনোৰমা বৰগোহাঞি : কবি, গল্প লেখিকা আৰু আকাশ-বাণীৰ স্বীকৃতিপ্ৰাপ্ত গীতিকাৰ। যুটীয়াভাৱে প্ৰকাশিত কবিতা সংকলন 'অঙ্কুৰ' আৰু দুখনি গীত সংকলন 'নদী মাথো বয়' আৰু 'অনুৰণন' প্ৰকাশ হৈ ওলাইছে। মাজে সময়ে শিশু কবিতাও ৰচনা কৰে।

ৰাজু বৰুৱা : বৰহাপজানৰ ৰাজু বৰুৱা সাম্প্ৰতিক মহিলা কবি সকলৰ মাজত পৰিচিত এটি নাম। প্ৰকাশিত কাব্য গ্ৰন্থ 'ৰ'দালি প্ৰেমৰ কবিতা' আৰু 'সূৰ্য্যমুখী'। 'নাৰী : সৃষ্টি আৰু সংঘাত' অন্য এখন প্ৰকাশিত গ্ৰন্থ।

পদুমী গগৈ : বিভিন্ন আলোচনী আৰু বাতৰি কাকতত সময়ে সময়ে কবিতা প্ৰকাশ হৈ থাকে। প্ৰকাশিত কাব্য গ্ৰন্থ 'উজাগৰী পখীৰ গীত'।

মেঘালী ফুকন : 'মেঘালী ফুকন' ছদ্মনামত কবিতা লেখা ডুমডুমাৰ শ্ৰীমতী অৰুণা গগৈ বৰুৱাৰ কবিতাই বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিছে।



অৰ্চনা শৰ্মা পূজাৰী : সাম্প্ৰতিক মহিলা কবিসকলৰ মাজত বিশেষ জনপ্ৰিয়তা অৰ্জন কৰা আন এগৰাকী কবি শ্ৰীমতী শৰ্মা পূজাৰী। এওঁৰ কবিতা আলোচনী, বাতৰি কাকত আদিত সিঁচৰিত হৈ আছে।

দীপালিমা বৰুৱা : তেজপুৰৰ এই গৰাকী কবিৰ প্ৰথম কাব্য গ্ৰন্থৰ নাম 'মাটি, মানুহ আৰু নদী।'

ৰুণুবাণী শৰ্মা ফুকন : শ্ৰীমতী শৰ্মা ফুকনৰ প্ৰকাশিত প্ৰথম কাব্য গ্ৰন্থ 'সুতীব্ৰ সময়ৰ প্ৰতীক্ষাত।'

নলিনী বালা হাজৰিকা : প্ৰকাশিত কাব্য গ্ৰন্থৰ নাম 'অৰ্ঘ'। কাকত-আলোচনীত কবিতা প্ৰকাশ হোৱাৰ উপৰিও আকাশবাণীৰ যোগেদিও প্ৰচাৰ হৈছে।

শ্বৰীফা খাতুন চৌধুৰী : কাকত-আলোচনীত কবিতা প্ৰকাশ হোৱাৰ উপৰিও আকাশবাণীৰ যোগেদিও প্ৰচাৰিত হৈছে। কবিতা-সমূহ সুখ পাঠ্য।

প্ৰণতি বৰুৱা : বিভিন্ন কাকত-আলোচনীত মাজে সময়ে কবিতা প্ৰকাশ হয়।

অনুপমা বসুমতাৰী : বিভিন্ন আলোচনী, বাতৰি কাকতত কবিতা লিখা এই গৰাকী কবিয়ে কবিতাসমূহৰ মাজেৰে সংস্কাৰনাৰ পৰিচয় দিছে। তেওঁৰ কবিতাত বাস্তৱ অভিজ্ঞতাৰ অনুভূতিৰ গভীৰতাৰে যাব পৰা এটা বিশেষ চৰিত্ৰ আছে।

লুটফা হান্নুম ছেলিমা বেগম : প্ৰান্তিক, সূত্ৰধাৰ, শ্ৰীময়ী, প্ৰকাশ আদি আলোচনীত নিয়মিতভাৱে কবিতা লিখি থকা এই গৰাকী কবিৰ কবিতাই বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিব পাৰিছে। 'আচিনাৰ অসুখ' (যুটীয়াভাৱে সংকলিত) কাব্য গ্ৰন্থ। লুটফাৰ

নিজৰ অভিজ্ঞতাৰ একোটা আবেগময়ী বিশ্লেষণ তেওঁৰ কবিতাত সততে ধৰা পৰে।

**সুমিত্রা গোস্বামী :** সাম্প্রতিক কবিসকলৰ মাজত জনপ্রিয়তা অর্জন কৰা আন এগৰাকী কবি সুমিত্রা গোস্বামী। এওঁৰ কবিতাত এটা নিবিড় অন্তৰঙ্গতা অনুভূত হয়। প্রথম প্রকাশিত কবিতা পুথি 'সংগ্রামী অসমী' ১৯৮১ ৰ পৰা শেহতীয়া কাব্য গ্রন্থ 'ঈপ্সিত সময়'লৈ তেওঁ এক বিশেষ উত্তৰণৰ পথেদি যাত্রা কৰিছে। তেওঁৰ আন এখন কবিতা পুথি 'অন্যদিন'এ ১৯৯০ ৰ বাবে সদৌ অসম কবি সন্মিলনৰ বকুল বনৰ কবি সোঁৰৰণি বঁটা লাভ কৰে। কবিতাৰ উপৰিও তেওঁৰ শিশু সাহিত্যৰ প্রতি থকা অনুৰাগ 'অকণিৰ গুৰু শঙ্কৰ', 'সপোনৰ দেশত কবুল' আদি শিশু গ্রন্থত প্রকাশিত হৈছে। তেওঁৰ 'অসবর্ণ সম্প্রীতি', 'মূর্তি', 'সাকোঁ' আদি নাট আকাশবাণীৰ যোগে প্রচাৰিত হৈছে। তেওঁৰ এখন প্রকাশিত গল্প পুথি 'অনামী কন্যা'।

**দিব্যজ্যোতি গোহাঁই গগৈ :** বিভিন্ন কাকত আলোচনীত কবিতা প্রকাশ হৈছে। প্রকাশিত কবিতা গ্রন্থ "মোৰ দেশ মোৰ মন।"

**কল্যাণী বৰুৱা :** মাজে সময়ে আলোচনীৰ পাতত কবিতা প্রকাশ হয়। কম সংখ্যক কবিতাৰে জনপ্রিয়তা অর্জন কৰিব পাৰিছে।

**শশীপ্রভা দাস :** কম কবিতাৰ মাজেৰে সম্ভাৱনাৰ পৰিচয় দিছে। 'হৃদয়ৰ গান' তেওঁৰ প্রকাশিত কবিতা পুথি।

**মীৰা ঠাকুৰ :** প্রকাশিত কবিতাসমূহৰ মাজেদি স্বকীয়তাৰ প্রকাশ ঘটিছে।

**হীৰাৰতা গোহাঞি বৰুৱানী :** ১৮৯০ চনত তেজপুৰত জন্ম হয়। পিতৃৰ নাম ৺লক্ষ্মীকান্ত দাস আৰু মাতৃৰ নাম ৺কেশৱতী দাস। স্বামী পদ্মনাথ গোহাঞি বৰুৱা। হাতেলিখা কবিতা পুথিখনৰ নাম



'ফুলকলি'। ইয়াৰ কেইবাটাও কবিতা সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ মুখপত্র 'লেখিকা'ত প্রকাশ পাইছে।

**ইন্দুপ্রভা ডেকা :** জন্ম ১৯০২ চনৰ ডিচেম্বৰ মাহ। মৃত্যু ১৯৮৩ চনৰ জুন মাহ। নগাঁওৰ ৰহাত জন্ম হয়। কবিতা, বিয়ানাম, ভক্তিমূলক গীত ৰচনা কৰিছিল। শ্রীৰামচন্দ্রৰ বর্ণনা, শ্রীকৃষ্ণৰ বর্ণনা, লীলাকাহিনীসমূহ নিজে ৰচনা কৰি সুৰ লগাই স্থানীয় শঙ্কৰ মন্দিৰত মহিলাৰ নাম-কীর্ত্তনৰ অনুষ্ঠানসমূহত গাইছিল।

**কৃষ্ণপ্রিয়া হাজৰিকা :** (১৯২১) যোৰহাটৰ এই গৰাকী কবিয়ে, কবিতাৰ উপৰিও উপন্যাস ৰচনা কৰিছে। প্রকাশিত কাব্য গ্রন্থৰ নাম 'জীৱন জ্যোতি'।

**সাবিত্রী বৰগোহাঞি :** বিভিন্ন কাকত, আলোচনীত গল্প, কবিতা, প্রবন্ধ প্রকাশ হৈছে। প্রকাশিত কবিতা সংকলন 'সময় থমকি ৰয় হৃদয় নদীত'। তেওঁৰ সদৌ অসম ভিত্তিত পুৰস্কাৰপ্রাপ্ত উপন্যাস হৈছে 'হৃদয় শাশ্বত নদী'।

**হেমলতা বৰা :** আলোচনী, বাতৰি কাকতত কবিতা, গল্প, ভ্রমণ কাহিনী আদি প্রকাশ হৈছে। প্রকাশিত গ্রন্থসমূহ হৈছে 'ছেউজীয়া পাহাৰৰ মাজে মাজে', 'ছেউজীয়া পাহাৰৰ কাহিনী', 'তিব্বতৰ দালাই লামা', 'গল্পমালা', 'মহাচীনৰ বিজয় স্বপ্ন', 'বিচিত্র মিজোৰাম', 'আন্দামান নিকোবৰ দ্বীপপুঞ্জৰ মাজে মাজে', 'সাই বাবা', 'তিনিটা মনোমোহা গল্প' (ছমাৰছেট মমৰ 'Trio' গল্পৰ অসমীয়া ৰূপ), 'অৰুণাচলৰ মহিলা', 'মিঠা মিঠা গীত', 'আকাশী পথেদি দূৰ বিদেশলৈ', 'ভিন্ন স্বাদৰ গল্প', 'কবিতাৰ মালাধাৰ' আদি।

**নিৰঞ্জনা ভূঞা :** যোৰহাটৰ কেন্দুগুৰিৰ শ্রীমতী ভূঞাৰ প্রকাশিত কবিতাগ্রন্থ দুখনৰ নাম 'মৰম' আৰু 'ডেউকাত সময়ৰ শব্দ'।

মনোমতী গগৈ : নামৰূপৰ শ্ৰীমতী গগৈৰ কবিতা বিভিন্ন কাকত, আলোচনীত প্ৰকাশ হৈছে। অনাতাঁৰ কেন্দ্ৰৰ যোগেদিও প্ৰচাৰ হৈছে। প্ৰকাশিত কবিতা গ্ৰন্থৰ নাম 'সেই নদীৰ পাৰত'।

হৰপ্ৰিয়া বাৰুকিয়াল বৰগোহাঞি : বিভিন্ন আলোচনী আৰু বাতৰি কাকতত স্বৰচিত আৰু অনুবাদ গল্প, অনুবাদ সাধু প্ৰকাশ হৈছে। 'ৰাজকুমাৰ আৰু ভিকহু' (মাৰ্ক টোৱেনৰ উপান্যাসৰ অনুবাদ) মুকুতা'ত ধাৰাহিকভাৱে আৰু 'সোণালী পৰীৰ দেশত মুনমুন' (শিশু উপন্যাস) 'নতুন দিন' কাকতত ধাৰাবাহিকভাৱে প্ৰকাশ হৈ আছে। প্ৰকাশিত কবিতা গ্ৰন্থৰ নাম 'উৎস কেৱল মানুহ'।

## গ্ৰন্থপঞ্জী


অসমীয়া কাব্য প্ৰতিভা —স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ

মৰহা ফুলৰ কৰণি —স্বৰ্গীয় অতুল চন্দ্ৰ হাজৰিকা

সঞ্চয়ন —ড° মহেশ্বৰ নেওগ

'অৰুনোদই' —ড° মহেশ্বৰ নেওগ সম্পাদিত

খ্ৰীষ্টিয় ধৰ্ম গীত —Published by Christian Literature Centre.

কুৰি শতিকাৰ অসমীয়া কবিতা —শ্ৰীনীলমণি ফুকন সম্পাদিত

সাম্প্ৰতিক অসমীয়া কবিতা —ড° কামেশ্বৰ দাস আৰু নৰেন্দ্ৰ দেৱ শাস্ত্ৰী সম্পাদিত

মহিলা কবিৰ কাব্য গ্ৰন্থ ( প্ৰথম প্ৰকাশ ) —অসম লেখিকা সন্থা

লেখিকাৰ জীৱনী ( প্ৰথম খণ্ড ) —লেখিকা সমাৰোহ সমিতি

অসমীয়া নাৰী কবিকণ্ঠ —শ্ৰীথানেশ্বৰ হাজৰিকা

অসমীয়া লোকগীতি সঞ্চয়ন ( প্ৰথম খণ্ড ) —ড° হেমন্তকুমাৰ শৰ্মা সম্পাদিত

কামৰূপী লোকগীতি সংগ্ৰহ —সংকলন আৰু সম্পাদনা ড° হেমন্তকুমাৰ শৰ্মা

গোৱালপৰীয়া লোকগীত সংগ্ৰহ —সংকলন আৰু সম্পাদনা ড° বীৰেন্দ্ৰনাথ দত্ত

গোৱালপৰীয়া লোকগীত ( ২য় খণ্ড ) —ধীৰেণ দাস

নামাঞ্জলি —অন্নদা দেৱী বৰকটকী

অসম সাহিত্য সভা পত্ৰিকা —পঞ্চদশ বছৰ প্ৰথম সংখ্যা

কবিসকলৰ ব্যক্তিগত সংকলন, অসমৰ বিভিন্ন আলোচনী, বাতৰি কাকত আদি।

